কিন্তু সেই বাসনা সদায় আদৰ্শৰ তাড়নাত অৱনত হৈ পৰিছে। বৈষ্ণৱ লেখকসকলে আদৰ্শৰ ওপৰত ইমান বেছি গুৰুত্ব দিয়া সত্ত্বেও সমাজ আদৰ্শমুখী নহ'ল। মানুহৰ আদিম বাসনা আদিম হৈয়েই থাকিল। বাস্তৱ জীৱনত সুখ-সম্ভোগৰ মাদকতাৰ মাজত আদৰ্শ অবৰুদ্ধ হৈ পৰিল।

আধুনিক যুগৰ ৰোমাণ্টিক লেখকসকল জীৱনৰ আশা-নিৰাশা আৰু হতাশা-হুমুনিয়াহৰ প্ৰতি সচেতন হ'ল। জৈৱিক বাসনাৰ মূল্য তেওঁলোকে স্বীকাৰ কৰিলে। ব্যৰ্থ প্ৰেমিক-প্ৰেমিকাৰ প্ৰতি সহানুভূতিৰে তেওঁলোকৰ অন্তৰ ভৰি পৰিল। প্ৰকৃতিৰ সৌন্দৰ্য্যৰ মাজত তেওঁলোকে সৃষ্টিকৰ্ত্তাৰ মাহাত্ম্য বিচাৰি পালে। সন্তপ্ত, পীড়িত লোকৰ প্ৰতি তেওঁলোকৰ দয়া আৰু কাৰুণ্য জাগি উঠিল। সমাজৰ অনাচাৰ অবিচাৰৰ ওপৰত তেওঁলোকে চোকা বাক্যবাণ নিক্ষেপ কৰিলে। জৰা আৰু মৰণৰ নিষ্ঠুৰতা তেওঁলোকে উপলব্ধি কৰিলে কিন্তু লগতে বিশ্বাসো কৰিলে যে মৃত্যুৰ পৰশত জীৱন-যাতনাৰ ওৰ পৰিব আৰু নৱজীৱন লাভ হব। প্ৰবঞ্চনা কপটতাপূৰ্ণ এই পাৰ্থিৱ জীৱনত অকপট প্ৰেম-প্ৰীতিৰ স্থান নাই, সত্য আৰু ন্যায়ৰ আদৰ্শ স্বাৰ্থৰ তাড়নাত মানুহে পাহৰি যায় আৰু প্ৰকৃত ভালপোৱাৰ অভাৱত জীৱন দুৰ্ব্বহ হৈ পৰে। ইয়াৰ ফলত জীৱনলৈ আহি পৰে হতাশা আৰু মৃত্যু। মৃত্যুত হয়তো যাতনা আছে, বিৰহ-বিচ্ছেদৰ বিননি আছে, কিন্তু মৃত্যুৰ সিপাৰে মিলনৰ আশাও আছে আৰু আছে শান্তিৰ শীতল বা। দেহ নশ্বৰ কিন্তু আত্মা অমৰ। দেহ-পিঞ্জৰৰপৰা আত্মাৰ মুক্তি শোক-তাপেৰে জৰ্জ্জৰিত জীৱনৰ সকলো বন্ধনৰপৰা মুক্তি। মুক্তিৰ লগতে আত্মাৰ স্বৰূপানন্দৰ প্ৰকাশ।

ৰোমাণ্টিক লেখকসকলৰ এদলে অতীতৰ শৌৰ্য্য-বীৰ্য্যৰ তুলনাত সমাজৰ বুকুত দেখিবলৈ পালে দুৰ্ব্বলতা। যি আদৰ্শ আগত ৰাখি অতীতৰ বীৰ-বীৰাঙ্গনাসকলে দেশৰ আৰু দহৰ কাৰণে জীৱন পণ কৰিছিল, সেই আদৰ্শ মানুহে পাহৰি গৈ এলাহৰ কোমল বুকুৰ



ওপৰত শুই পৰিল। পৃথিৱীৰ নানান জাতিয়ে কৰ্ম্মৰত হৈ যেতিয়া জীৱন-যুদ্ধত আগুৱাই গ'ল অসমীয়া জাতিয়ে পূৰ্ব্বৰ সকলো গৌৰৱ পাহৰি তেতিয়াও হৈ থাকিল অলস আৰু শ্ৰমবিমুখ। ত্যাগ আৰু সেৱাৰ আদৰ্শ মানুহে পাহৰি পেলালে। জাতিৰ এনে পতনোন্মুখ অৱস্থাত এই লেখকসকলৰ মনলৈ আহিছে খেদ; কিন্তু অতীতৰপৰা প্ৰেৰণা লাভ কৰি নতুন আদৰ্শেৰে জাতীয় জীৱনত প্ৰাণৰ সঞ্চাৰ কৰাৰ আশা এওঁলোকৰ আছে। এওঁলোকৰ কাৰো কাৰো দৃষ্টিতে অসম শ্মশান। কিন্তু এই শ্মশানৰ ওপৰতে গঢ়ি উঠিব লাগিব এদিন বেবিলনৰ বাগিচা। এওঁলোকেৰ সৰহ ভাগেই বিশ্বাস কৰিছে যে অতীতৰ আদৰ্শ নতুন সমাজত পুনৰ প্ৰতিষ্ঠিত হব আৰু সমাজৰ বুকুত দেশাত্মবোধ জাগিব। অতীত সমাজৰ তুলনাত বিংশ শতিকাৰ প্ৰাৰম্ভতে আমাৰ সমাজৰ মাজতো যি পৰিবৰ্ত্তনৰ চিন ফুটি উঠিছিল তালৈ লক্ষ্য কৰি সমাজৰ আগত নতুন আদৰ্শ দাঙি ধৰিবলৈ এওঁলোকে চেষ্টা কৰা নাই, কিন্তু অতীতৰ লুপ্ত শৌৰ্য্য-বীৰ্য্যৰ আদৰ্শ স্থূলভাৱে সমাজৰ আগত দাঙি ধৰিছে।

ৰোমাণ্টিক দৃষ্টিভঙ্গী লাহে লাহে সলনি হৈ আহিব ধৰিলে। দেৱকান্ত বৰুৱাৰ চিন্তাধাৰা ৰোমাণ্টিক হলেও তেওঁৰ দৃষ্টিভঙ্গীৰ ওপৰত বুদ্ধি-শক্তিৰ প্ৰভাৱ স্পষ্ট। অতুল হাজৰিকা সদায় ৰোমাণ্টিক আৰু ভাৱপ্ৰৱণ। এই দুজন কবিৰ দ্বাৰা ৰচিত 'দেৱদাসী' নামক কবিতাৰ তুলনামূলক আলোচনা কৰি চালে দেখিবলৈ পোৱা যাব যে হাজৰিকাৰ মনৰ আদৰ্শৰ অপ্ৰতিহত প্ৰভাৱ কিন্তু বৰুৱাৰ মনৰ ওপৰত সংশয়ৰ অস্থিৰতা। যি আশ্বাসেৰে আগৰ ৰোমাণ্টিক কবিসকলে জীৱনৰ আদৰ্শবোৰ গ্ৰহণ কৰিছিল আৰু যি বিশ্বাসেৰে হাজৰিকায়ো সেইবোৰ গ্ৰহণ কৰিছে, বৰুৱাৰ হলে সেই বিশ্বাস নাই। বৰুৱা অৱশ্যে তেতিয়াও আদৰ্শৰ ওপৰত সম্পূৰ্ণ আস্থাহীন হৈ পৰা নাই কিন্তু প্ৰাচীন আদৰ্শৰ ওপৰত তেওঁৰ সন্দেহ উপস্থিত হৈছে। কৰুণ অকাল-মৃত্যুৰ বুকুত অমূল্য বৰুৱাৰ প্ৰতিভা বিলুপ্ত

হ'ল কিন্তু তেওঁৰ দ্বাৰা ৰচিত যি দুই-চাৰিটা কবিতা প্ৰকাশিত হৈছে তাৰ মাজেদি ফুটি উঠিছে প্ৰাচীন সামাজিক আদৰ্শৰ ওপৰত প্ৰকাশ্য অনাস্থা আৰু নতুন পৰিৱেশৰ মাজত ব্যক্তি-জীৱন বুজিবলৈ কৰা চেষ্টা। সকলো সংস্কাৰমুক্ত হৈ বিংশ শতিকাৰ মানৱ-জীৱনৰ আশা-নিৰাশা মূৰ্ত্ত কৰা আৰু জীবনৰ নতুন মূল্যবোধ জগাই তোলাৰ চেষ্টা আধুনিক কবিসকলৰ আছে। এইসকল কবিৰ প্ৰকাশ-ৰীতিৰ মাজত যি নতুনত্ব আছে তাৰ আলোচনা ইয়াত সম্ভৱ নহয়। শব্দ-সংযোগ, উপমাদি অলঙ্কাৰৰ প্ৰয়োগ আৰু প্ৰতীকৰ ব্যৱহাৰত এওঁলোকে যথেষ্ট স্বতন্ত্ৰতা অৱলম্বন কৰিছে। দুই-চাৰি আধুনিক কবিৰ দৃষ্টিভঙ্গী মৌলিক আৰু ৰচনা-ৰীতি প্ৰাঞ্জল। ভৱিষ্যতে এওঁলোকৰ দ্বাৰা ৰচিত হোৱা কবিতাৰ মাজেদি প্ৰকাশিত হোৱা চিন্তাধাৰাৰ সংলগ্নতাৰ ওপৰত এওঁলোকৰ কৃতকাৰ্য্যতা নিৰ্ভৰ কৰিব। সৰহ ভাগ আধুনিক কবিতাই অনুকৰণপ্ৰিয়তাৰ নিদৰ্শন। এইবোৰৰ ভিতৰত অভিনৱত্বৰ নামত আহি পৰা গতানুগতিকতা ৰসৰ অপকৰ্ষক। ভাবৰপৰা ভাবান্তৰলৈ ক্ষিপ্ৰ গতিত যোৱা আধুনিক কবিতাৰ বিশিষ্টতা। বাহ্যিক দৃষ্টিত এইবোৰ ভাবৰ মাজত কোনো সম্বন্ধ থকা যেন নালাগিলেও প্ৰকৃততে চিন্তাজগতত সেইবোৰৰ পাৰস্পৰিক সম্বন্ধ আছে আৰু এই সম্বন্ধৰ কাৰণে এইবোৰৰ একেলগে প্ৰকাশিত হোৱাৰ যোগ্যতাও আছে। কিন্তু যেতিয়া মানসিক যোগসূত্ৰ নথকা অৱস্থাত গতানুগতিক ৰীতি অৱলম্বন কৰাৰ অৰ্থে বলেৰে অসংলগ্ন ভাববোৰ একেলগে থুপাই অখণ্ড অভিজ্ঞতা মূৰ্ত্ত কৰিব খোজা হয় তেতিয়া বিক্ষিপ্ত ভাব বিক্ষিপ্ত হৈয়েই থাকে, অভিজ্ঞতা মূৰ্ত্ত নহয়। ভালেমান আধুনিক কবিতাত কল্পনাৰ দৈন্য, অভিজ্ঞতাৰ অস্পষ্টতা আৰু প্ৰকাশভঙ্গীৰ জড়তা পৰিলক্ষিত হয়। কিছুমান কবিতাত আকৌ একে ৰীতিৰ সহায়তে ৰোমাণ্টিক দৃষ্টিভঙ্গী প্ৰকাশৰ চেষ্টা সাৰ্থক চেষ্টা হোৱা নাই। আগৰ কবিসকলে ভিন ভিন দৃষ্টিভঙ্গী প্ৰকাশৰ অৰ্থে নতুন নতুন ছন্দৰ ব্যবহাৰ কৰিছিল। আজিও সেইবোৰ প্ৰকাশৰ অৰ্থে নতুন নতুন ৰীতি-



উদ্ভাৱনৰ প্ৰয়োজন হয়। আমাৰ সাহিত্যত আধুনিক কবিতা ক্ৰমবিকাশৰ পথত। ইতিমধ্যে এইবোৰ কবিতাৰ গঢ় আৰু ৰীতি কিছু পৰিমাণে পৰিবৰ্ত্তিত হৈছে আৰু কবিসকলো পাঠকৰ গ্ৰহণ-ক্ষমতাৰ প্ৰতি সজাগ হোৱাৰ চিন পোৱা গৈছে। আধুনিক কবিসকলৰ বৈশিষ্ট্য জীৱন-চেতনা আৰু নতুন দৃষ্টিভঙ্গীৰ প্ৰকাশ। নানান সংস্কাৰৰ কুঁৱলীৰ মাজেদি জীৱন বুজিবলৈ চেষ্টা কৰিলে তাৰ বিচিত্ৰতা বুজা নাযায়। সমাজ-গাঁঠনিৰ পৰিবৰ্ত্তনৰ ফলত জীৱনৰ জটিল ৰূপ ব্যক্ত হৈ পৰিছে। প্ৰাচীন সমাজ-ব্যৱস্থাৰ মাজত গঢ়ি উঠা অনেক আদৰ্শৰ বাস্তৱ ৰূপ আজিৰ সমাজত নাই, কিন্তু আছে কিছুমান গুণাত্মক শব্দ। প্ৰকৃত জীৱনত এইবোৰ আদৰ্শৰ যদি কেতিয়াবা প্ৰয়োগ আছে তেন্তে সৰহ ক্ষেত্ৰতে সেইবোৰৰ অপ-প্ৰয়োগহে চকুত পৰে। গতিকে বাস্তৱ জীৱনৰ অভিজ্ঞতা উপলব্ধি আৰু তাৰ প্ৰকাশৰ সময়ত সংস্কাৰৰ প্ৰভাৱমুক্ত হোৱাৰ আবশ্যক। সংস্কাৰৰ প্ৰভাৱৰ ওপৰলৈ উঠি ব্যক্তি আৰু সামাজিক জীৱনৰ পৰ্য্যালোচনা কৰাৰ চেষ্টা আধুনিক কবিসকলৰ আছে। মানব জীৱন এওঁলোকৰ প্ৰধান বস্তু। জড় জগতৰ ঐশ্বৰ্য্য-সম্পদৰ প্ৰতি এওঁলোকৰ যি মোহ সেই মোহ মানবীয় প্ৰয়োজনৰ মোহ। এওঁলোক সচৰাচৰ ভাবপ্ৰৱণ নহয়। এওঁলোকৰ কবিতাৰ ওপৰত বুদ্ধি-শক্তিৰ প্ৰভাৱ বেছি।

আমাৰ আধুনিক নাট্য-সাহিত্যত আদৰ্শৰ সংঘাত থকা ভাব-নাটক ( drama of ideas ) ৰচিত হোৱা নাই। ভাব-নাটকৰ ৰসগ্ৰহণ কৰা সামাজিকৰ সংখ্যাও হয়তো আমাৰ মাজত কম। কোনো পৰিস্থিতিৰ বুকুত কৰ্ত্তব্যাকৰ্ত্তব্যৰ দ্বন্দ্ব আমাৰ নাটকৰ মাজেদি ফুটাই তোলাৰ চেষ্টা কমেইহে চকুত পৰে। কিন্তু মহাকাব্য দুখন আৰু ইতিহাসৰ বুকুৰপৰা আহৰণ কৰা কথাবস্তুৰ নতুন ব্যাখ্যা তুলি ধৰাৰ আদৰ্শ আধুনিক নাট্যকাৰসকলৰ আছে। জ্যোতি আগৰৱালাৰ পাছতেই প্ৰবীণ ফুকন, লক্ষ্য চৌধুৰী, সাৰদা বৰদলৈ, কৃষ্ণানন্দ ভট্টাচাৰ্য্য, সত্যপ্ৰসাদ বৰুৱা প্ৰভৃতি

ভালেমান নাট্যকাৰে মঞ্চোপযোগী নাটক ৰচনা কৰি খ্যাতি লাভ কৰিছে। আধুনিক নাটকত লোমহৰ্ষক দৃশ্য-সংযোগ কমিছে কিন্তু আঁতৰি যোৱা নাই। নাটকৰ মাজত থকা অমিত্ৰাক্ষৰ ছন্দৰ সংলাপৰ ঠাইত গদ্যৰ প্ৰচলন কৰা হৈছে। সামাজিক নাটকবোৰৰ মাজেদি কিছুমান সমস্যা উত্থাপিত হৈছে কিন্তু এই সমস্যাবোৰৰ মাজত ব্যক্তিৰ আধ্যাত্মিক সত্তাৰ বিমূঢ় অৱস্থা চিত্ৰিত হোৱা নাই। সমস্যাৰ মাজত বাহ্যিক জীৱনৰ যিটো ফাল প্ৰকাশিত হয় তাৰ ওপৰতে সকলো শক্তি প্ৰয়োগ কৰা হৈছে। দুই-এখন নাটকত মাথোন নতুন জীৱন-আদৰ্শ বিচৰাৰ প্ৰয়াস দেখিবলৈ পোৱা যায়। মহাকাব্য বা প্ৰাচীন সাধুৰ ওপৰত ভিত্তি কৰি যিবোৰ নাটক ৰচিত হৈছে সেইবোৰ সচৰাচৰ অমিত্ৰাক্ষৰ ছন্দত লিখা। অমিত্ৰাক্ষৰ ছন্দৰ সাৱলীল গতিৰ মাজেদি দৰ্শকৰ অনুৰাগ আকৰ্ষিত হয়। ভাব-গাম্ভীৰ্য্য প্ৰকাশৰ বাবেও ই উপযুক্ত মাধ্যম। আমাৰ দুই-চাৰি নাট্যকাৰে সাৰ্থকতাৰে অমিত্ৰাক্ষৰ ছন্দৰ প্ৰয়োগ কৰিছে। তথাপি অমিত্ৰাক্ষৰ ছন্দক উন্নত স্তৰলৈ তুলি নিয়াৰ পথ এতিয়াও ৰুদ্ধ হোৱা নাই। গদ্যত ৰচিত সৰহ ভাগ নাটকেই গদ্যগন্ধী। গদ্য-নাটকৰ সংলাপত কথিত ভাষাৰ প্ৰয়োগ হলেও সি বৰ্ণনামূলক নহৈ প্ৰাণৱন্ত হব লাগে। উন্নত বচন-ভঙ্গীৰ মাজেদি চাৰিত্ৰিক বৈশিষ্ট্য ফুটাই তোলা নাইবা সেইবোৰৰ অন্তৰ্দ্বন্দ্বৰ ইঙ্গিত দিবাৰ চেষ্টা সৰহ ভাগ নাটকতে নাই। সামাজিক নাটকবোৰ সচৰাচৰ ঘটনা-প্ৰধান। কিন্তু ঘটনাৰ মাজেদি নতুন আদৰ্শৰ সন্ধানৰ চেষ্টা কেইখনমান নাটকতহে আছে। পদ্য-নাটক আমাৰ সাহিত্যত আজিও ওপজা নাই। কবিতা আৰু চুটি গল্পৰ ক্ষেত্ৰত আমাৰ সাহিত্যিকসকলে নতুন কলা-কৌশল উদ্ভাৱনৰ চেষ্টা কৰাৰ দৰে আমাৰ নাট্যকাৰসকলে বস্তু-নিৰ্ব্বাচনৰ ক্ষেত্ৰত কিছু সতৰ্ক হলেও ৰচনা-শৈলীৰ প্ৰতি তেওঁলোকে বিশেষ মনোযোগ দিয়া নাই। নাটক সুসংগঠিত আৰ্ট। ইয়াত নিৰ্ব্বাচন-পটুতাৰ



যেনে আৱশ্যক সংগঠন ক্ষমতাৰো তেনে আৱশ্যক। সংযত বাক্‌ভঙ্গীৰ মাজেদি চাৰিত্ৰিক বৈশিষ্ট্যৰ বিকাশ, ৰসৰ ব্যঞ্জনা, বাস্তৱতাৰ ভ্ৰান্তি-উৎপাদন নাট্য-সাহিত্যৰ যোগেদি প্ৰকাশিত হয়। কাব্য-সৃষ্টিৰ দৰে নাটক-সৃষ্টিও কষ্ট-সাধ্য আৰু প্ৰতিভা-সাপেক্ষ। গীতি-নাটকৰ দৰে এক শ্ৰেণীৰ কেইখনমান শিশুসকলৰ কাৰণে উপযোগী নাটক কীৰ্ত্তিনাথ বৰদলৈ আৰু তেওঁৰ সুযোগ্য পুত্ৰ মুক্তিনাথ বৰদলৈয়ে ৰচনা কৰিছিল। নাটকবোৰ এসময়ত যথেষ্ট সমাদৃত হৈছিল। নৃত্য আৰু গীতেৰে পৰিপুষ্ট এই নাটক কেইখনৰ বৈশিষ্ট্য গঠন-ৰীতি আৰু ৰস-সৃষ্টি দুয়ো ফালৰেপৰা আছে। আনন্দ বৰুৱা আৰু কৰুণাধৰ বৰুৱাৰ পাছত নিচেই কম লেখকেহে এইফালে মনোযোগ দিছে। একাঙ্ক নাটকৰ প্ৰচলন 'আৱাহন' যুগৰপৰা আৰম্ভ হয়। একাঙ্ক নাটকৰ সমাদৰ দিনে দিনে বাঢ়ি অহা দেখিবলৈ পোৱা গৈছে। এইবোৰৰ দুই-চাৰিখনৰ মাজেদি নতুন আদৰ্শ বিচৰাৰ প্ৰয়াসো পৰিস্ফুট হৈছে।

যি আদৰ্শ আগত ৰাখি ৰজনী বৰদলৈয়ে উপন্যাস ৰচনা কৰিছিল পৰৱৰ্ত্তী ঔপন্যাসিকসকল ক্ৰমে ক্ৰমে তাৰপৰা আঁতৰি আহিছে। উপন্যাসৰ ক্ষেত্ৰ ব্যাপক। জৈৱিক, সামাজিক, ৰাজনৈতিক, অৰ্থ-নৈতিক, আধ্যাত্মিক সকলো সমস্যাৰ চিত্ৰ উপন্যাসৰ পাতত ফুটি উঠে। আগেয়ে ঘটনাৰ বিচিত্ৰতাৰ ওপৰত ঔপন্যাসিকসকলে বিশেষ চকু ৰাখিছিল। সংঘাতৰ মাজেদি চৰিত্ৰৰ স্পষ্টতা অঙ্কিত কৰা এওঁ-লোকৰ আদৰ্শ আছিল। আধুনিক ঔপন্যাসিকে হ'লে সংঘাতৰ ওপৰত বিশেষ গুৰুত্ব দিয়া নাই। ঘটনা-পৰম্পৰাৰ বৰ্ণনাৰ প্ৰতিও তেওঁৰ আগ্ৰহ কম। ঘটনাৰ মাজেদি প্ৰকাশিত হোৱা ব্যক্তি-সত্তাৰ অন্তৰ্দ্বন্দ্বৰ প্ৰতি আধুনিক লেখক সজাগ। উপন্যাসৰ ক্ষেত্ৰত দেশ-বিদেশৰ সাহিত্যৰ মাজেদি নতুন নতুন কলা-কৌশল ফুটাই তোলা হৈছে। নাটকৰ তুলনাত ঔপন্যাসিকৰ স্বতন্ত্ৰতা বেছি। এই স্বাতন্ত্ৰ্যৰ কাৰণে ঔপন্যাসিকৰ সুবিধা অসুবিধা দুয়োটাই হৈছে। স্বতন্ত্ৰভাৱে ঔপন্যাসিকে বস্তু-নিৰ্ব্বাচন আৰু ৰীতিৰ অৱলম্বন কৰিব পাৰে। কিন্তু

বহল মানব-সমাজত ঘটা কোনো ঘটনাৰ অবলম্বনত এখন সমাজৰ চিত্ৰ বাস্তব ৰূপত ঔপন্যাসিকৰ নিজা দৃষ্টিকোণৰ মাজেদি ফুটাই তোলা টান কাম। আমাৰ আধুনিক লেখকসকলে বিংশ শতিকাৰ নানান সমস্যাৰ মাজত বিব্ৰত হৈ পৰা মানবৰ চিত্ৰ অঙ্কিত কৰিবলৈ চেষ্টা কৰিছে। মনৰ গুপুত আশা-আকাঙ্ক্ষা, অবচেতন মনত শুই থকা লালসাৰ তাড়না আৰু আদৰ্শৰ আঁৰত লুকাই থকা প্ৰবঞ্চনাৰ চাতুৰী খোলাভাবে প্ৰকাশৰ চেষ্টা কেইবাজনো ঔপন্যাসিকৰ আছে। এইবোৰ উপন্যাস ৰচনাত প্ৰাচীন আদৰ্শৰ প্ৰভাব নাই বৰং প্ৰাচীন আদৰ্শ আওকাণ কৰি জীৱনৰ দাবীৰ মানদণ্ডেৰে জীৱনক জোখাৰ চেষ্টা আছে। অধুনিক কবিসকলৰ নিচিনাকৈ আধুনিক অনেক ঔপন্যাসিকেও প্ৰাচীন আদৰ্শবোৰ মানিব খোজা নাই। নানান সামাজিক বাধা-নিষেধৰ অন্ধকাৰৰ মাজেদি জীৱনৰ ৰূপ উপলব্ধি সম্ভৱ নহয়। সকলো বাধা-নিষেধৰ ওপৰলৈ উঠি জীৱন বুজিব খুজিলে হয়তো আংশিকৰূপে তাক বুজিব পৰা যায়। আমাৰ কেইজনমান আধুনিক ঔপন্যাসিকে জৈৱিক কিছুমান সমস্যা নতুন কলা-কৌশলেৰে তুলি ধৰাৰ চেষ্টা কৰিছে। কোনো কোনো উপন্যাসৰ মাজত নগ্ন চিত্ৰ আৰু নগ্নতাৰ বৰ্ণনা চকুত পৰে। এইবোৰ উপন্যাসৰ সামাজিক আৰু সাহিত্যিক মূল্য কিমান তাৰ নিৰ্দ্ধাৰণৰ যত্ন ইয়াত কৰিব নোৱাৰি। কিন্তু এইটো স্পষ্ট যে বিংশ শতিকাৰ সমস্যাবহুল জীৱনক ভিন ভিন দৃষ্টিকোণৰপৰা চোৱাৰ চেষ্টা আমাৰ ঔপন্যাসিক-সকলে কৰিছে। ৰচনা-কৌশলৰ ক্ষেত্ৰতো কোনো কোনো লেখক দক্ষতাৰ পৰিচয় দিছে। ঘটনা-বৈচিত্ৰ্যৰ প্ৰভাব আজিও আমাৰ উপন্যাসৰ ওপৰত আছে। কিন্তু নাটকীয় ভঙ্গীৰ সাৰ্থক প্ৰয়োগ, সূক্ষ্ম মনস্তাত্ত্বিক আলোচনা, সবল সংলাপ আৰু দৃশ্য আৰু চৰিত্ৰৰ আত্মিক সম্বন্ধ এতিয়াও স্পষ্ট হৈ পৰা নাই। ভালেমান উপন্যাসৰ ঘটনা নিজ গতিতে আগুৱাই নাযায়। কিছুমানত আকৌ চৰিত্ৰ আৰু ঘটনাবোৰৰ মাজত পাৰস্পৰিক সম্বন্ধ দুৰ্ব্বল। ঠায়ে ঠায়ে আৰ্টৰ দাবীতকৈ লোকৰঞ্জনৰ সন্তুষ্টিৰ কাৰণে চিত্ৰ-সংযোগৰ চেষ্টা



বেছি। ঔপন্যাসিকেও কোনো এক জীৱন-দৰ্শাৰ মাজেদি জৈৱিক সমস্যাৰ পৰ্য্যালোচনাৰ চেষ্টা কৰে। কৃতী ঔপন্যাসিকসকলৰ উপন্যাসৰ মাজেদি সূক্ষ্ম জীৱন-দৰ্শন ফুটি উঠে। আমাৰ সৰহ ভাগ ঔপন্যাসিকে এই দৃষ্টিকোণৰপৰা জীৱনক বুজিবলৈ চেষ্টা নকৰাৰ ফলত উপন্যাস-সাহিত্য লোকৰঞ্জক হৈছে সঁচা কিন্তু জীৱন-জিজ্ঞাসাৰ :বাহক হৈ পৰা নাই। তথাপি উপন্যাস-সাহিত্য দ্ৰুত গতিত আগ বাঢ়িছে।

বেজবৰুৱাৰ পিছত 'আৱাহন'ৰ বুকুত যিবোৰ গল্পই প্ৰকাশ লাভ কৰিছিল সেইবোৰৰ সৰহ ভাগৰে মাজত এটা বাক্-সংযম দেখিবলৈ পোৱা যায়। দীঘল ভূমিকা পৰিহাৰ কৰি কথাবস্তুৰ ওপৰত গুৰুত্ব দিয়া অভ্যাস এই সময়ৰ লেখকসকলৰ আছিল। কিন্তু স্বাধীনতা লাভৰ পাছত আমি যেতিয়া বাক্-স্বাধীনতা পালো তেতিয়া বোধ হয় সংযমৰ প্ৰয়োজন নোহোৱা হ'ল। অনেক গল্পত পৰিবেশৰ ওপৰতে গুৰুত্ব দিয়াৰ ৰীতি গঢ়ি উঠিল। গল্প টেক্‌নিক-সৰ্ব্বস্ব বুলি ধৰি লোৱাৰ ফলত বাক্‌চাতুৰ্য্যৰ দুৰ্ভেদ্য দুৰ্গৰ ভিতৰত জীৱন অবৰুদ্ধ হৈ পৰিল। মনোবিজ্ঞান, জীৱ-বিজ্ঞান প্ৰভৃতিৰ ভিন ভিন মতবাদৰ দুৰ্ব্বল সৈনিকে এই দুৰ্গ ভেদ কৰি জীৱনৰ মুক্তি-সাধন কৰিব নোৱাৰিলে। পুৰণি আদৰ্শৰ অস্ত্ৰ প্ৰয়োগ নিষ্ফল বুলি ধৰি লৈ বিদেশৰপৰা নতুন অস্ত্ৰৰ আমদানি কৰা হ'ল যদিও অনভ্যস্ত অপৈণত হাতেৰে চালিত অস্ত্ৰ লক্ষ্যৰ আঁতৰেদি গুচি গ'ল। সৰহ ভাগেই ভাবিলে দুৰ্গ ভেদ হৈছে, জীৱনে মুক্তি লাভ কৰিছে। তেওঁ-লোকে পৰস্পৰে পৰস্পৰক অভিনন্দনো জনালে। সংস্কাৰৰ প্ৰভাৱেৰে নিপীড়িত, দলিত জীৱনৰ অসংযত বেশভূষাৰ মাজেদি তেওঁলোকে দেখিবলৈ পালে কামনাৰ মত্ততা। গল্পত তাৰেই চিত্ৰ ফুটাই তোলাৰ চেষ্টা একৰকম নিচাত পৰিণত হ'ল। কিছুমানে আকৌ ভাবিলে জীৱন অবৰুদ্ধ হব নোৱাৰে। নৈৰ সোঁতৰ দৰে ই প্ৰবহমান। কোনো এটি মুহূৰ্ত্তত ইয়াক ধৰি ৰাখিব খুজিলেও সি বেগেৰে আঁতৰি যায়। জীৱনৰ গতিশীলতা আৰু বিচিত্ৰতা এওঁ-লোকে উপলব্ধি কৰিছে কিন্তু এই বিচিত্ৰতাৰ আঁৰত লুকাই থকা

মহত্ত্ব আৰু গাম্ভীৰ্য্যৰ সন্ধান এওঁলোকে এতিয়াও পোৱা নাই। শব্দালঙ্কাৰৰ মোহ এওঁলোকৰ এতিয়াও আছে। ৰচনা-শৈলীৰ কৃত্রিমতাৰ মাজত অৰ্থগৌৰৱ অনেক ক্ষেত্ৰতে শৃঙ্খলিত হৈছে। কাব্যিক দৃষ্টিভঙ্গীৰ ফলত স্বাভাৱিক পৰিস্থিতিৰ মাজত চৰিত্ৰৰ বাস্তৱৰূপ ভাববিলাসৰ প্ৰসাধনেৰে আবৃত হৈ পৰিছে।

আচলতে ভঙ্গী আৰু বস্তু এক হৈ নপৰিলে উন্নত সাহিত্য-সৃষ্টি হব নোৱাৰে। বস্তু আৰু ভঙ্গীৰ সম্বন্ধ কি এই আলোচনা দীঘল আলোচনা। ভঙ্গীকেই সাহিত্যৰ সকলো বুলি ধৰি ললেও বস্তু-সৌন্দৰ্য্য নুই কৰা নাযায়। ভঙ্গী এটি আভৰণ নহয় আৰু এই আভৰণৰ দ্বাৰা সকলো বস্তুৰ সৌন্দৰ্য্য ফুটাই তোলা সম্ভবো নহয়। কথাবস্তুৰ সৌন্দৰ্য্যই ভঙ্গীৰ সৌন্দৰ্য্য নিৰূপিত কৰে। গল্প-লেখকৰ মনোবেগৰ পূৰ্ণতা-অপূৰ্ণতাৰ লগত ভঙ্গীৰ সম্বন্ধ আছে। অভিজ্ঞতা গভীৰ আৰু ব্যাপক নহলে কথনভঙ্গীৰ মাধুৰ্য্য ফুটাই তুলিব নোৱাৰি। বলেৰে উন্নত কথনভঙ্গী প্ৰয়োগ কৰিব খুজিলেও সি হৈ পৰে কৃত্রিম আৰু বাক্‌চাতুৰ্য্যৰ নিদৰ্শন। অকল ৰাজনৈতিক নেতাসকলৰ বাক্‌চাতুৰ্য্যৰ তাড়নাতে আমি ক্লান্ত হৈ পৰিছো। গল্পত সেই চাতুৰ্য্যৰ প্ৰয়োগ কৰিলে গল্পৰ অন্তঃসাৰশূন্যতা জানো চকুত নপৰাকৈ থাকিব? পৃথিবীৰ আধুনিক গল্প-সাহিত্য পৰীক্ষাৰ কাৰাগাৰত অৱৰুদ্ধ। জীৱনৰ বিচিত্ৰতা আৰু গভীৰতা ফুটাই তোলাৰ অৰ্থে এই পৰীক্ষা। আমাৰ সাহিত্যতো এনে পৰীক্ষা চলিছে। বিশ্ববিদ্যালয়ৰ পৰীক্ষাৰ ফলাফল ঘোষণা কৰোঁতে চাৰি-ছয় মাহ লাগে যেতিয়া গল্পকাৰৰ পৰীক্ষাৰ ফলাফল প্ৰকাশিত হবলৈ চাৰি-ছয় বছৰ নিশ্চয় লাগিব। এনে স্থলত সমাজে ধৈৰ্য্য ধৰা উচিত হব। নিষ্ক্ৰিয় আৰু ধৈৰ্য্যশীল বুলি আমাৰ সুখ্যাতি আগৰেপৰা আছে।

আধুনিক সাহিত্যত প্ৰাচীন আদৰ্শৰ অভাৱ আৰু ব্যক্তিগত দৃষ্টিকোণৰ প্ৰাধান্যৰ ফলত তাৰ মূল্যাঙ্কন সহজ হৈ থকা নাই। বৈজ্ঞানিক আৰু দাৰ্শনিক মতবাদৰ প্ৰভাৱৰ কাৰণে এই কাম



বেছি জটিল হৈ পৰিছে। তথাপি আমাৰ আধুনিক সাহিত্যৰ সমালোচনা সোনকালে গঢ়ি নুঠিলে সৃষ্টিধৰ্ম্মী লেখকৰ চিন্তাধাৰা বেছি বিক্ষিপ্ত হৈ পৰাৰ আশংকা আছে। আৰ্টৰ ক্ষেত্ৰত বাস্তৱ জীৱনৰ ঘটনা-সমূহৰ পুনৰ নিৰ্ম্মাণত সাহিত্যিকৰ যথেচ্ছাচাৰ নাই। সাহিত্যিকৰ উদ্দেশ্য ৰস-সৃষ্টি। ইয়াৰ কাৰণে ছন্দ, লয়, ব্যঞ্জনা, শ্লেষ সকলোৰে আৱশ্যকমতে প্ৰয়োগ কৰা হয়। ৰসসৃষ্টিৰ সলনি ভাব বা ভাবাভাস সৃষ্টি কৰিবলৈ গলে সাহিত্যৰ মান তললৈ নামি আহে। আজি বৈজ্ঞানিক উন্নতিৰ যুগত নানা তৰহৰ কিতাপ প্ৰকাশিত হৈছে। এইবোৰৰ মূল্য-নিৰূপণ সাহিত্য আৰু সমাজ দুয়ো ফালৰপৰাই আৱশ্যক। কিন্তু সমালোচনা-সাহিত্য আমাৰ দুৰ্ব্বল। বিজ্ঞ আৰু তীক্ষ্ণধী লোকসকলে এই কাম হাতত লব লাগে। আজিও কিতাপৰ বিক্ৰী সংখ্যাৰ ওপৰত পুথিৰ মূল্য নিৰ্দ্ধাৰণ কৰাৰ অভ্যাস আমাৰ সমাজ আৰু দুই-চাৰি সমালোচকৰো আছে। সাহিত্যৰ মূল্যাঙ্কনৰ ক্ষেত্ৰত এনে গণতান্ত্ৰিক বিচাৰৰ প্ৰয়োজন আমাৰ সমাজত এতিয়াও হোৱা নাই। সেই বাবে আজি আমাক লাগে বিজ্ঞ, বিনয়ী আৰু উদাৰ মনৰ সমালোচক। এনে সমালোচকৰপৰা আমি বিচৰা নাই পাণ্ডিত্যগন্ধী বিক্ষিপ্ত ব্যক্তিগত চিন্তাধাৰা, কিন্তু বিচাৰিছো লেখকৰ দৃষ্টি-ভঙ্গীৰ নিখুঁত বিশ্লেষণ আৰু ৰচনাৰ মাজত লুকাই থকা সৌন্দৰ্য্যৰ প্ৰকাশ।

আমাৰ সমাজৰ শিক্ষিত লোকসকলৰ এটা বুজন অংশই কিতাপ পঢ়ে কেৱল বিশ্ৰামৰ সময়ত, আনন্দ লাভৰ কাৰণে। এইসকল লোকৰ জ্ঞান-লাভৰ আকাঙ্ক্ষা নাই। এওঁলোকে ব্যক্তিগত আনন্দ-লাভৰ মাপ-কাঠিৰে পুথিৰ মূল্য নিৰূপণ কৰে। নিজৰ মানসিক উৎকৰ্ষৰ প্ৰতি সজাগ নোহোৱাৰ ফলত বহুত কিতাপ পঢ়াৰ পাছতো এওঁলোকৰ ঘটনা-বৈচিত্ৰ্য নাইবা যৌন ক্ষুধাৰ বৰ্ণনাৰ প্ৰতি আসক্তি নকমে। এই শ্ৰেণীৰ লোকৰ নিমিত্তেও পুথি-ৰচনাৰ প্ৰয়োজন হয়। কিন্তু সামাজিক নিৰাপত্তাৰ কাৰণে আৰু সমাজৰ ৰুচি উন্নত কৰাৰ অৰ্থে কেনে ধৰণৰ পুথি ৰচিত হোৱা উচিত সেইটো প্ৰকৃতপক্ষে

সাহিত্যৰ বিচাৰ নহয়। কিন্তু কম বেছি ৰকমে সমাজৰ দাবীৰ ওপৰতে সাহিত্য প্ৰতিষ্ঠিত হয় যেতিয়া এই প্ৰশ্ন সাহিত্যৰ ক্ষেত্ৰতো নুতুলি নোৱাৰি।

আন এক শ্ৰেণীৰ লোক আছে। অক্ষৰজ্ঞান লাভ কৰাৰ অলপ পাছতেই এওঁলোকে পঢ়া এৰি পেলায়। ঘৰত এওঁলোকে মাজে সময়ে ৰামায়ণ, মহাভাৰত, কীৰ্ত্তন, দশম পঢ়ে। আধুনিক কবিতা, চুটি গল্প, উপন্যাস আদিত এওঁলোকৰ ৰাপ নাই। কিন্তু ভীম-চৰিত, কাণখোৱাৰ দৰে পুথিত এওঁলোকে তৃপ্তি লাভ কৰে। অনা-অসমীয়া যিসকল লোকে অলপ অসমীয়া শিকিছে সেইসকলৰ ৰুচিও প্ৰায় একে ধৰণেই। এইসকল লোকৰ কাৰণেও সস্তীয়া আদৰ্শাত্মক পুথি-ৰচনাৰ প্ৰয়োজন হৈ পৰিছে। সাহিত্য সভাৰ তৰফৰপৰা আৰু প্ৰকাশকসকলৰ ফালৰপৰাও এনে ধৰণৰ পুথি সহজলভ্য কৰাৰ চেষ্টা থাকিব লাগে।

প্ৰতিনিধি বন্ধুসকল, অসমৰ ভিন ভিন ঠাইৰপৰা আহি আপোনালোক আজি ইয়াত সমবেত হৈছে। আমাৰ ভাষা-সাহিত্যৰ উন্নতিৰ প্ৰতি আপোনালোকৰ যি সদিচ্ছা আছে সেই সদিচ্ছাৰ বলতে উন্নত সাহিত্য সৃষ্টি আশা কৰা নাযায়। সচৰাচৰ সমাজৰ ৰুচি উন্নত হলে উন্নত স্তৰৰ সাহিত্য সৃষ্টিৰো বাট মুকলি হৈ পৰে। কিন্তু আমাৰ সমাজত আজিও ভাল এক শ্ৰেণী ৰসগ্ৰাহী পাঠক গঢ়ি উঠা নাই। শিক্ষিত লোকসকলৰ ভিতৰতো ভালেমান লোক আমাৰ সাহিত্যৰ উন্নতি-অৱনতিৰ প্ৰতি সম্পূৰ্ণ উদাসীন। এনে স্থলত আমাৰ শাখা-সভাবোৰৰ জৰিয়তে এক শ্ৰেণী লোকৰ সাহিত্যৰ প্ৰতি অনুৰাগ জগাই তুলিব পাৰিলে এইসকলৰ জ্ঞান-লাভৰ প্ৰতি আগ্ৰহ বাঢ়ে আৰু সাহিত্যৰ উন্নতিৰ ক্ষেত্ৰতো পৰোক্ষ সহায় হয়। এটা জাতিৰ সাহিত্যৰ মাজেদি উন্নতিৰ চিন ফুটি উঠিবলৈ কিছু সময় লাগে। আমাৰ সাহিত্যৰ ক্ষেত্ৰতো যি উন্নতি-মুখী গতি পৰিলক্ষিত হয় তাক ক্ষিপ্ৰ কৰি তুলিব লাগিলে আমাৰ শাখা-সভাবোৰৰ মাজতো নতুন জাগৰণৰ চিন স্পষ্ট হ'ব লাগিব।



এই জাগৰণৰ চিন আগতকৈ সুস্পষ্ট হৈছে সন্দেহ নাই। তথাপি আমি আটায়ে চাব লাগে যাতে আমাৰ কৰ্ত্তব্য-নিষ্ঠা অৱসাদৰ অলসতাৰে কলুষিত নহয়।

বন্ধুসকল, দীঘলীয়া অভিভাষণেৰে মই হয়তো আপোনালোকক আমনি দিছো। বেছি কথা কৈ আপোনালোকৰ আমনি বঢ়োৱা ইচ্ছা মোৰ নাই। সকলো ৰাইজকে সেৱা জনাই আৰু আমাৰ ভাষা-সাহিত্যৰ উন্নতি কামনা কৰি আজিলৈ মই আপোনালোকৰ-পৰা বিদায় মাগিলো।

॥ ওঁ তৎ সৎ ॥

শ্ৰীত্ৰৈলোক্যনাথ গোস্বামী

# সঙ্গীত অধিৱেশনৰ সভাপতিৰ অভিভাষণ

আদৰণী সভাৰ সভাপতিদেও, কলা-সংস্কৃতিৰ সেৱকসকল, আইসকল আৰু সমজ্যাৰ লোকসকল,

ওঁ সত্যম্ জ্ঞানম্ অনন্তম্ আনন্দৰূপম্
অমৃতম্ যদ্বিভাতি শান্তম্ শিৱম্ অদ্বৈতম্।

কলা-সংস্কৃতিৰ আদি মূল আনন্দৰূপ অমৃতক সুঁৱৰি, নটৰাজ ৰংনাথক সেৱা জনাইছো।

১৯১৭ চনত স্বৰ্গীয় পদ্মনাথ গোহাঞি বৰুৱাৰ সভাপতিত্বত শিৱসাগৰত বহা যি অসম সভাৰ পোনপ্ৰথম অধিৱেশনত আদৰণী-গীত গাই সভাপতি বৰণ কৰি আহ্বান কৰিছিলো, আজি ৪৪ বছৰৰ মূৰত সেই সভাৰে ঊনবিংশ বাৰ্ষিক অধিৱেশনৰ সংস্কৃতি সভাৰ সভাপতিৰ আসনখন মোৰ সম্মুখত দেখি ইয়াতকৈ ডাঙৰ গৌৰৱ মোৰ কাৰণে কি হ'ব পাৰে বুলি তাৰ বাবে সাহিত্য সভাৰ কাৰ্য্য-নিৰ্ব্বাহক আৰু আদৰণী সমিতিৰ সভ্যসকলক ধন্যবাদ আৰু বিনীতভাৱে মোৰ কৃতজ্ঞতা জনাইছো।

অসমীয়া জাতিৰ শিল্প-সংস্কৃতিৰ বিষয়ে ক'বলৈ হ'লে আমি এতিয়া আৰ্টৰ চোৰাশালিৰপৰা আগ বাঢ়িব লাগিব। যিবোৰ বস্তু জীয়াই আছে, সেইবোৰৰ প্ৰাণ আছে বুলি আমি জানো। মানুহৰো প্ৰাণ আছে, কিয়নো মানুহ জীয়াই আছে। সেই বুলিয়েই যে মানুহৰ ভিতৰত ঠিক জীয়াই থাকিবৰ জোখাৰেইহে প্ৰাণ আছে, সেইটো নহ'বও পাৰে।

যিজন সকলো-দিওঁতাই এই প্ৰাণফেৰা মানুহক দিলে তেওঁ হয়তো ইমান কিৰ্পিণ নহ'বও পাৰে; হয়তো জীয়াই থক্াৰ প্ৰয়োজন-



সংগীত অধিৱেশনৰ সভাপতি শ্ৰীপাৰ্বতিপ্ৰসাদ বৰুৱাদেৱে অভিভাষণৰ আৰম্ভণিতে নটৰাজ ৰংনাথক সেৱা জনাইছে

তকৈ ওপৰঞ্চি প্ৰাণও মানুহৰ ভিতৰত আছে। আনটো কথা হৈছে মন। মন সকলো জীৱমাত্ৰৰেই আছেনে নাই আমি নেজানো। এই বিষয়ে বিজ্ঞানে জানিবলৈ চেষ্টা কৰিছে। সম্ভৱতঃ সকলো প্ৰাণ থকা বস্তুৰেই মন থাকিবও পাৰে। কিন্তু মানুহৰ হ'লে দুয়োটাই আছে। মানুহৰ মন আৰু জীয়াই থকা প্ৰয়োজনতকৈ সৰহ যিখিনি প্ৰাণ, এই দুয়োৰে সংযোগত যি সুন্দৰৰ জন্ম হয় তাকে বোলা যায় আৰ্ট—নুবুলিলেও সিয়ে আৰ্টৰ প্ৰাণ।

শিল্পৰ জন্মকথা

মনে সৃষ্টি কৰে, প্ৰাণে প্ৰাণ দিয়ে, মনৰ ভঁড়াল-ঘৰত সৃষ্টি কৰাৰ সকলো মাল-মছলা গোট খাই থাকে। মনে সেইবোৰ বাহিৰৰ প্ৰকৃতিৰপৰা আৰু বাহিৰৰ জগতৰপৰা পায়। প্ৰস্তুতিৰ বিচিত্ৰ চিত্ৰাৱলী আৰু জগতৰ নানান ঘটনাবোৰৰ ছবি ইন্দ্ৰিয়ৰ সহায়েৰে মনে মনে-মনে গ্ৰহণ কৰে আৰু সাঁচি থৈ দিয়ে নিজৰ গুপুত 'এল্‌বাম'ত। তাৰ পাছত তেওঁৰ প্ৰাণ-বন্ধুৱে আহি লেঠা লগাই দিয়ে। তেওঁ তেওঁৰ বন্ধুৰ গোপন সঞ্চয়বোৰ প্ৰকাশ কৰিবলৈ খু-দুৱনি লগায়হি। এই খু-দুৱনিয়েই হৈছে প্ৰাণৰ আনন্দ আৰু এই আনন্দৰ প্ৰকাশতেই আৰ্টৰ জন্ম। ক'বলৈ গ'লে আৰ্টৰ আন নাম আনন্দৰ ৰূপ বা প্ৰাণৰ মূৰ্ত্তি।

আৰ্টৰ ঠাই হৈছে ব্যৱহাৰিক প্ৰয়োজনৰ বাহিৰত। সেই কাৰণে আমি আগতে কৈ আহিছো যে আৰ্টৰ য'ত জন্ম তাৰ প্ৰাণ মানে ঠিক জীয়াই থাকিবলৈ লাগতিয়াল প্ৰাণ নহয়। যি সৰহ উভৈনদী প্ৰাণ মানুহৰ মাজত আছে তাৰ প্ৰেৰণাতেইহে আৰ্ট বা কলাৰ সৃষ্টি। তাৰেইহে অদৃশ্য হাতৰ খেলা আমি প্ৰত্যেক শিল্পীৰ কামত প্ৰকাশ হোৱা দেখিবলৈ পাওঁ। আমাৰ প্ৰয়োজন গা মচিবলৈ গামোচা ঃ গা মচিবলৈ সুবিধাজনককৈ দীঘে-বাণিয়ে জোখাৰে, দাঁতিকেইটা সতৰ্কাই নাফাটিবলৈ অলপ ডাঠকৈ সূতাৰ জোঁৰৰ দি, আগ দুটা অলপ তঁৰিয়াই এখন কাপোৰ বৈ থোৱা হ'লেই আমাৰ প্ৰয়োজনে আঁটে। কিন্তু সিমান কৰিয়েই শিপিনী

ক্ষান্ত নহ'ল। অলপ সময় হানি কৰি হ'লেও আগ দুটাত অন্ততঃ এটা বঙা আঁচুৰ পাণ-কটা দিহে তেওঁ সন্তুষ্ট হ'ল। ঠিক এইখিনিতেই প্ৰাণৰ পাতনি আৰু কলা-শিল্পৰ জন্মোৎসৱ।

মানুহৰ মনৰ ধৰ্ম্মই হৈছে প্ৰকাশ। ওপৰত কোৱা হৈছে যে মনে যি অলপ দেখি-শুনি গোটাই থয় প্ৰাণে তাক সুন্দৰকৈ প্ৰকাশ কৰিব খোজে। কিন্তু প্ৰাণৰ অভাৱত মনে যদি সেই কাম কৰিবলৈ যায় তেন্তে সেই প্ৰকাশ লেৰেলি যায়। এজোপা আম গছৰ ডাল এটা যদি কাটি আনি নিজৰ বাৰীত গুজি থোৱা হয়, কেইদিনমানৰ পাছত সেই ডালটো ৰ'দত শুকাই মৰি যায়। তাক কেৱে সেই বাৰীৰ আমগছ নোবোলে। কিন্তু যদি সেই ডালটোত সাৰ-পানী দি জীপাই ৰাখি শিপা মেলিলে ভালকৈ ৰুই দিয়া হয়, তেতিয়া হ'লে সময়ত সি সেই বাৰীৰ এজোপা আম গছত পৰিণত হ'ল। প্ৰাণহীন মনৰ প্ৰকাশো ঠিক এনেকুৱাই। প্ৰাণ হৈছে ওপৰত কোৱা বিধৰ সাৰ-পানী বা জাৰক ৰস। মনৰ আহাৰত এই জাৰক ৰস পৰিলেহে ভালকৈ পৰিপাক হৈ সেই আহাৰৰ সাৰবস্তুখিনি তেজ-মঙহ শ্ৰীৰূপে ফুটি ওলাব। সেয়ে নহ'লে আৱৰ্জ্জনা হৈ বাহিৰ হৈ যাব। সেই কাৰণেই বাহিৰৰ হুবহু নকলকেই আৰ্ট বোলা নাযায়। কোনো জাতিৰ এনেকুৱা নকল আৰ্টৰ প্ৰাদুৰ্ভাৱ হয় যদিও সি সেই জাতিৰ স্বাভাৱিক আৰ্টৰ সোঁতত মিহলি হৈ যাব নোৱাৰে। সেই কাৰণে সি থাকিবলৈ স্বকীয়া চিৰকলীয়া ঠাই নেপাই লুপ্ত হৈ যায়। কিন্তু প্ৰকৃত কলা মানুহৰ প্ৰাণে প্ৰাণে যুগে যুগে আপুনি ফুটি ওলায়।

এতিয়া দেখা গ'ল যে প্ৰকৃত কলা-শিল্প যদি এয়েই, তেন্তে মানুহ জাতিৰ লগে লগেই ই থাকিব লাগিব, অৱশ্যে সময়ে সময়ে স্বকীয়া স্তৰত। তেনেহলে অসমীয়া জাতিৰো যে কলা-শিল্প আছে বা আছিল এই কথা মানি লব পৰা যায়। আমি ওপৰত নকল আৰ্টৰ কথাষাৰ তোলাৰ এটা কাৰণ হৈছে এই যে তেনেবিধ অস্বাভাৱিক আৰ্টৰ কাৰণেই বিশেষ প্ৰমাণৰ

অসমীয়া কলা-শিল্প



দৰ্কাৰ। এটা জাতিৰ যিটো নিভাঁজ কলা তাৰ প্ৰকাশ সেই জাতিৰ সমগ্ৰ মানুহৰ কাম-কাজ, পিন্ধন-উৰণ, চলন-ফুৰণত যুগে যুগে অনুক্ৰমিকভাৱে হব লাগিছে। ৰাষ্ট্ৰ-বিপ্লৱত বা বিদেশীৰ হেঁচাত বা পেটৰ পোৰণিত ক্ষন্তেকলৈ সেই প্ৰকাশৰ সোঁত বন্ধ হব পাৰে বা বদলিব পাৰে, কিন্তু সি চিৰকাললৈ বন্ধ হৈ থাকিব নোৱাৰে—সেই জাতিটো একেবাৰে ধ্বংস নেপায় মানে। অসমীয়া জাতিৰ কলা-সংস্কৃতিযে আছিল, তাৰ কোনো নিদৰ্শন দিবলৈ আমি তাহানিৰ কণ আৰু মন চিত্ৰকৰৰ ছবি বিচাৰি বা ঘনশ্যাম খনিকৰৰ হাতে কটা শিলৰ মূৰ্ত্তি বিচাৰি যাব নেলাগে বা কোনোবা আগৰ দিনৰ ৰজাৰ চিত্ৰশালত কি পট অঁকা হৈছিল তাৰ সন্ধান দিবলৈ হাতেলিখা পুথিৰ ইতিহাস খুচৰি চলাথ কৰাৰো প্ৰয়োজন নকৰে। আমাৰ শিল্পৰ অস্তিত্ব প্ৰমাণ কৰিবৰ কাৰণে এঘৰ বিজতৰীয়া প্ৰভাৱৰপৰা আঁতৰি উঠা গৃহস্থৰ কেউকাষৰ সঁজুলিবোৰলৈ এবাৰ ভালকৈ চকু ফুৰাই চালেই জল্ জল্ পট্ পট্‌কৈ ওলাই পৰে। অসমীয়া জাতিৰ কলা শিল্পনো কি? কোনোবা এজন বিশেষ চিত্ৰকৰৰ জীৱন-কাহিনী বুৰঞ্জীত নেপালো বুলিয়েই বা কোনো এক অজান শিলাকুটিৰ শিল্পৰ সন্ধান প্ৰত্নতত্ত্বই আনি দিব নোৱাৰিলে বুলিয়েই বা প্ৰাগ্ ঐতিহাসিক যুগৰ চিত্ৰলেখাৰ বাহিৰে আন কোনো নৃত্য-পটীয়সী নটীৰ খবৰ নেজানো বুলিয়েই কি আজি আমি এটা জাতিৰ কোটি কোটি মানুহৰ প্ৰাণৰ আশা-আকাঙ্ক্ষা, ৰং-ধেমালি, হাঁহি-কান্দোন, হেঁপাহ-হাবিয়াহৰ মাজেদি যুগ যুগ ধৰি ফুলি উঠা সুন্দৰৰ পূজাৰ ফুল সোণৰ পদুমপাহিৰ ওপৰত যাৰ নিত্যকালৰ সিংহাসন, সেই চিৰসুন্দৰ শিল্প-দেৱতাক অস্বীকাৰ কৰিমনে?

যেই সেই এটা বস্তু আছে বুলি বা পাম বুলি সাধিলেহে সাফল হোৱা যায়। শিল্পৰ গোসাঁইকো দেখা পাবলৈ হলে, সম্পূৰ্ণ বিশ্বাসেৰে ভকতিভাৱে এহাশুধীয়াকৈ অনুসন্ধান কৰকচোন। জটিল প্ৰত্ন জলজলীয়া হৈ আপুনি কৈ দিব—হয় আছিল, তেওঁ যুগে যুগে আছিল। পাছে সকলো জাতিৰেইতো একৰকম শিল্প আছে।

তেন্তে আমাৰ শিল্প যে কিবা এটা স্বকীয়া তাৰ প্ৰমাণ কি ? আমি জানো যে ভূগোলৰ মানচিত্ৰৰ আঁচৰ ব্যৱধানে এটা জাতি গঢ়ি নোতোলে। নানা ৰকম প্ৰাকৃতিক বৈচিত্ৰ্য, ঐতিহাসিক বিশিষ্টতা আদি অনেক কাৰণৰ ফলতহে এটা জাতিৰ স্বকীয়া জাতীয়তা গঢ় লৈ উঠে। সেই কাৰণে অসমৰ কলা-শিল্পৰয়ে আনদেশীয় কলা-শিল্পৰ-পৰা বিচিত্ৰতা থাকিব পাৰে, তাত কোনো বিচিত্ৰতা নাই। কথাষাৰ ভাঙি কোৱা যাওক। আমি দেখিছো এজোপা বিলাতী ফুল আমাৰ দেশৰ মাটিত বহুত আপডালৰ ওপৰতহে গজে ; তাতো যি ফুল ফুলে, সি মুজুৰা হয়। তেনেকৈয়ে আমাৰ হাবি-বননিত হোৱা বা পৰ্ব্বতে-পাষণ্ডে আপুনি হোৱা অনেক গছ থাকিব পাৰে, যি বহুত মেহনতৰ ওপৰতে বিলাতৰ মাটিত গজিব। তাৰ মানে আমাৰ দেশত এনে কিছুমান আপুনি গজা গছ থাকিব পাৰে যি বিলাতত সতকাই নগজে। এতিয়াই এই আমাৰ দেশত আপুনি গজা গছৰ ফুল দেখি আমাৰ মনত আপোনা-আপুনি যি ৰং লাগিব, বিলাতী মানুহৰ মনততো সেই ৰং নেলাগে। আৰু সেই আনন্দৰ প্ৰকাশে আমাৰ আৰ্টত যি ৰূপ ধৰিব, বিলাতী আৰ্টততো সেই ৰূপ পোৱা নেযাব। তেনেহলে স্বকীয়া নহ'ব কিয় ?

আমি আৰু দেখিছো—আমি নিচেই কম বয়সতে কব পাৰিছিলো—এইবাৰ ৰাজহুৱা গোসানীখন বঙ্গালী খনিকৰে সজা যেন হল। ইয়াতে প্ৰমাণ হয় যে নিশ্চয় অসমীয়া খনিকৰৰ এটা স্বকীয়া সাঁচ আছে। আমি আৰু কব পাৰোঁ, কেইখনমান চেলেঙৰ আগৰ ফুল দেখিলেই এইটো অসমীয়া চানেকিৰ ফুল বা সেইটো বেনাৰচী চেলেঙৰ কল্কি, বা এই গীতটো অসমীয়া আইনাম বা বিহুনাম যেন লাগিছে বা সেইটো পূৰ্ব্ববঙ্গৰ ভাটিয়ালী গীতৰ তান। এইবোৰ যেতিয়া দেখিলেই বা শুনিলেই চিনিব পাৰোঁ তেন্তে আমাৰ শিল্পৰ বিশেষত্ব নাই বোলে কেনেকৈ ?

পাছে আমাৰ হেন আছিল, তেন আছিল, সকলো আছিল বুলি কৈ যোৱাৰ নিচিনাকৈ কলা-শিল্পও আছিল বুলি কলেই হবনে, নাই



এই সম্পৰ্কে আমাৰ কৰিব লগীয়া কিবা আছে ? কথা উঠিব পাৰে, আছিল যদি আছিল, থৈ দিয়া। আমাৰ সভ্য সমাজৰ মাজলৈ তেওঁক টনা-আঁজোৰা কৰিবৰ সময় নাই। আমি সোধোঁ—আপোনাৰ সমাজৰ নামঘৰটো যি মাটিডোখৰত সাজিছে তাৰ পট্টাখন কাৰ নামত আছে ? যদিহে আপোনাৰ নিজা মাটি নহয় তেন্তে আপোনাৰ নিজা বুলিবলৈ একো নাই, কিয়নো সেই নামঘৰত থিয় হৈ আপুনিও আজি আদ্‌ৰাণী। সেয়ে নহৈ আপুনি যদি আপোনাৰ নিজত্বটো প্ৰকাশ কৰিবলৈ ইচ্ছা কৰে, তেনেহলে আপোনাৰ আইগৰাকী দুখীয়া নিচলা হলেও আই বুলি মাতিবলৈ লাজ পালে নচলিব। আপুনি উভতি আহিবই লাগিব নিজৰ মাটি-ভেটি বিচাৰি। এতিয়া আমাৰ সকলো বিষয়তে এই নিজৰ ভেটি বিচৰাটোৱেই হৈছে প্ৰথম প্ৰয়োজনৰ কথা—আমাৰ জাতীয়তা ৰক্ষা কৰিবলৈ হলে। আৰু এই জাতীয়তাৰ লগত শিল্প-সংস্কৃতিৰ সম্পৰ্কটো নিচেই এলাপেচা বিধৰ নহয়। সেই বিষয়ে কবলৈ বহুত কথা আছে। এটা জাতিৰ শিল্প-সংস্কৃতিক বাদ দি স্বাধীনতাক বৰণ কৰিবলৈ যোৱা আৰু এখন হাত কাটি কৰযোৰে প্ৰণাম কৰিবলৈ যোৱা একে কথা। সেই কাৰণে শিল্পৰ বৰঘৰটো সাজিবলৈ যোৱাৰ আগতে নিজৰ পট্টালগা ভেটিটো বিচাৰি উলিওৱাটোৱেই হৈছে ঘাই কথা। তাৰ পাছতহে তথাকথিত সভ্য উচ্চ আদি শিল্পৰ লগত ফেৰ মাৰিবলৈ যোৱাৰ কথা।

কিন্তু আমাৰ শিল্পৰ অৱস্থা আজি বৰ শোচনীয়। তাৰ সোঁত বন্ধ হৈ আজি সি একেবাৰে মৰি-দিখৌ। আমাৰ সকলোবিলাক দেশী মানুহৰ হাতৰ শিল্প দিনে দিনে লোপ পাবলৈ ধৰিছে। তিতাবৰীয়া, সৰ্থেবৰীয়া কঁহাৰৰ কামৰ আদৰ আজি-কালি মৰি আহিছে। অসমীয়া কুমাৰ-কমাৰৰ ঠাইত বঙালী কুমাৰ-কমাৰ সোমাইছেগৈ। ছিলঠীয়া মিস্ত্ৰীয়ে আমাৰ ঘৰৰ ছালত ৰং-বেৰঙৰ কাৰুকাৰ্য্য কৰিছে।

মুঠতে সকলো ৰকমৰ বাৰেবঙলুৱা আহিলা-পাতিৰে আমাৰ

দৈনন্দিন জীৱনৰ প্ৰয়োজন যোগাইছে। এইবোৰ দেখি শুনি স্পষ্ট বুজা যায় যে এই জাতি মৰণাপন্ন আৰু ঘৰতে থাকিও শিল্পৰ অধিষ্ঠাত্ৰী গোসানী আজি সিংহাসনচ্যুতা।

ইয়াৰ কাৰণ কেইবাটাও। আমি আগতে কৈছো যে প্ৰয়োজনৰ ষ'তে অতীত ত'তে আৰ্টৰ আৰম্ভ। সেই কাৰণে আৰ্টে সময়ৰ হানিলৈ বৰ কেৰেপ নকৰে, আৰু লাভ-লোকচান বোলা কথাষাৰলৈকো তাৰ সিমান শ্ৰদ্ধা নাই। এটা জাতিৰ যেতিয়া স্বচ্ছল অৱস্থা তাৰ শিল্পয়ো তেতিয়াহে বৰকৈ মূৰ দাঙি উঠে। কিন্তু যেতিয়া জাতিৰ পেটৰ পোৱণিত খোৱা-বোৱা লৈয়ে টনাটনি,— তেতিয়া শিল্পৰ কথা কেৱে শুনিব নোখোজে। আৰু নুশুনিলেও নিস্তাৰ নাই। তাৰ কাৰণ হৈছে আনহাতে চাবলৈ গলে কথা একেটাই। জাতিৰ খোৱা-বোৱাৰ ভাৱনাই যেতিয়া ডাঙৰকৈ দেখা দিয়ে, বুজিব লাগিব যে তাৰ জীয়াই থকালৈ সন্দেহ হৈছে—মানেই প্ৰাণৰ অভাৱ ঘটিছে, আৰু সেই প্ৰাণতেই হৈছে আৰ্টৰ জন্ম। তেনেহলে আৰ্টৰ যদি আদৰ নহল, প্ৰাণনো সৰহ হয় কেনেকৈ ? আজি-কালি আমাৰ এই জীয়াই থকাৰ খোৱা-কামোৰাই আৰ্ট আগ বঢ়াত হেঁচা মাৰি ধৰিছে। এই কথাষাৰ আংশিকভাৱে সঁচা যদিও সিয়েই ঘাই কাৰণ নহয়। হ'ব পাৰে আমাৰ প্ৰাণৰ দৈন্য ঘটিছে। কিন্তু তাতোকৈ ঘাই কাৰণ হৈছে গোটেই জাতিটো আজি-কালিৰ ৰাগীৰ জালত মেৰপাক খাই পৰিছে। সেই ৰাগীত ভোল গৈ আমি কৈছো যে আমাৰ কোনোমতে চলি গলেই হল ; কোনোমতে লেলাই-চেন্দাই, চুঁচৰি-বাগৰি জীৱটো ৰাখি যাব পাৰিলেই আমাৰ সকলো হল। পাছে তাতোকৈ ঘাই কথা হৈছে এই যে আমি কোনোমতে ৰাখি যোৱা এই জীৱটোৰ ওপৰত ৰাজত্ব কৰিছে আজি বিজাতিয়ে! প্ৰাণহীনতাৰ কুঁৱলীয়ে আমাক ঢাকি থৈছে যদিও, আমি বিদেশী শিল্পৰ আদৰ কৰিবলৈ এৰা নাই। আমি আজি সকলো ৰকমৰ বিজতৰীয়া প্ৰভাৱৰ সোঁতত একেবাৰে গা এৰা দিছো আৰু আমাৰ ঘৰৰ লখিমী অনাদৰৰ দুখত বনলৈ যাবলৈ বাধ্য হৈছে।



এতিয়া কথা হৈছে দেৱীৰ আকৌ থাপনা কৰিবলৈ হলে, এই মৰাসুঁতিত আকৌ ঢল বোৱাবলৈ হলে, আমাৰ প্ৰথম কৰিব লগীয়া হৈছে কি ? এই প্ৰশ্নৰ সমিধান একেআষাৰে দি থবলৈ হলে কওঁ যে নিজৰ দেশৰ শিল্পক আদৰ কৰিবলৈ শিকা। কিন্তু দেহে-কেহে এইটো কৰিবলৈ যোৱাত আহুকাল আছে। আমি দেখিছো বহুতে দেশানুৰাগৰ খাতিৰত দেশী শিল্পক মুখেৰে আদৰ কৰি দেখুৱায়, কিন্তু বুকুত হাত দি কব নোৱাৰে যে এইটো ভাল পাওঁ। তাৰ কাৰণ হৈছে দুটা। প্ৰথমতে হৈছে বিদেশীৰ তুলনাত হয়তো সেইটো ভাল নহয়। দ্বিতীয়তে হৈছে আজন্ম বিজতৰীয়া সংস্কাৰেৰে সংস্কৃত সৌন্দৰ্য্যবোধ লৈ তাক বিচাৰ কৰোঁতে স্বৰূপাৰ্থত সি ভাল হলেও পেটে সমস্বিতে ভাল পাব পৰা নেযায়। কিন্তু আমাৰ এই দুটা কাৰণকে বাদ দি নচলিলে উপায় নাই। কিয়নো বিদেশীৰ তুলনাত বেয়া হ'লেও তাক ভাল পাই প্ৰশ্ৰয় দিলেহে সময়ত সি বিদেশীতকৈও ভাল হ'ব পাৰিব। আৰু দ্বিতীয় সংস্কাৰটোতো বাদ দিব লাগিবই নিৰপেক্ষ হ'বলৈ হ'লে।

আমাৰ শিল্পৰ বিষয়ে সদৌমূলি কৰিব লগীয়া বুলি কওঁ যে চিৰকাল আমাৰ পাছে পাছে আহি থকা আমাৰ বুৰঞ্জীলৈ উভতি চাই, তেওঁৰ চকুৰ ইঙ্গিতত নিজৰ বাট চিনি ক্ৰম অনুসৰি চলিলেই আমাৰ শিল্প জীৱন্ত হৈ এটা জাতিৰ অস্তিত্ব প্ৰমাণ কৰিব।

প্ৰাচীন সঙ্গীত আৰু নৃত্যসম্পদৰ বিষয়ে কব পাৰি, অসমীয়া জাতিৰ আত্ম-লঘিমাৰ বাবেই হওক বা অনেকৰ ব্যক্তিগত ৰুচি বা ৰুচিৰ অভাৱৰ বাবেই হওক, কিম্বা 'পৰেৰ মুখে ঝাল খাইয়া পুঁথি পড়া কালচাৰেৰ উত্তাপ'ৰ কাৰণে বাবীৰ ঘাঁহে গোহালিৰ গৰুৰ ৰাহি নহাৰ বাবেই হওক, আমাৰ প্ৰাচীন নৃত্য-গীতৰ ঐতিহ্য জগতৰ আগত দাঙি ধৰিবলৈ আমাৰ বৰ লাজে ধৰে। অথচ বাহিৰত অসমৰ এই নৃত্য-গীতৰ সম্ভাৰ দেখিবলৈ, বুজিবলৈ, স্বীকৃতি দিবলৈ যেন সকলো উদ্‌গ্ৰীৱ।

প্ৰাচীন সঙ্গীত আৰু নৃত্য

পুৰণি মামৰ গাত লৈ বা এলান্ধুকলীয়া হৈ থকা প্ৰাচীন আৰু

লোকসংস্কৃতিৰ সম্পদস্বৰূপ গীত-নৃত্যৰ যি এপদ বাহিৰত গৈ ওলাইছেগৈ তাকে লৈ বাহিৰৰ সকলোৱে আতোল-তোল দৈয়ন দিয়া কৰিছে।

শুনিবলৈ পাইছো ১৯৫৭ ছনত ভাৰতীয় সঙ্গীত নাটক একাডেমীৰ নৃত্য-চৰ্চ্চা সমাৰোহত ( Dance Seminar ) কমলাবৰীয়া সত্ৰীয়া নৃত্য আৰু মঙ্গলদৈয়া মাৰৈয়া ওজাপালিৰ দল লৈ এখন ৰচনা পঢ়ি তাৰ 'অভিৰূপভূয়িষ্ঠা পৰিষদ'ৰ আগত দেখুৱাৰ গোটেই সময়খিনি হাতচাপৰিৰ ৰোল আৰু কেমেৰাৰ চকমকনিৰে ভৰি পৰিছিল। সভাৰ পিছত সমালোচনাৰ পৰিবৰ্ত্তে নবাবিষ্কাৰৰ কৌতূহলপূৰ্ণ সম্বৰ্দ্ধনাৰে ভৰি পৰিছিল। ইয়াৰ পিছত যেতিয়া সৰ্ব্বজনস্বীকৃত চাৰিপদ শাস্ত্ৰীয় নৃত্যৰ ( classical dance )ৰ বাহিৰেও আৰু কেইপদমান নৃত্যৰ ধাৰা শাস্ত্ৰীয়ৰূপে স্বীকৃতি দিয়াৰ কথা ওলাল, শান্তিনিকেতনৰ শ্ৰীশান্তিদেৱে ঘোষে সত্ৰীয়া নৃত্যৰ নাম প্ৰস্তাৱ কৰিলে। এই উদ্দেশ্যে এখন আঠজনীয়া বিশেষজ্ঞ সমিতি ( Expert Committee ) কৰা হ'ল। এই সমিতিৰ উপদেশক্ৰমে ওড়িষী, কুচিপুড়ি, ভাগৱতমেল, যক্ষগান আদিৰ লগতে সত্ৰীয়া নৃত্যৰ নিপুণ সকলেও ৰাষ্ট্ৰীয় পুৰস্কাৰ পাব পৰা হ'ল। আৰু বহল অনুসন্ধানৰ উদ্দেশ্যে তিনিজনীয়া এখন সমিতিয়ে এখন বিস্তৃত প্ৰশ্নাৱলী প্ৰস্তুত কৰিছে। আমাৰ যিসকলে শাস্ত্ৰ আৰু নৃত্য-কৌশলৰ বিষয়ে জানে সেই সকললৈও আৰু নানা অনুষ্ঠানলৈ এই প্ৰশ্নাৱলী পঠোৱা হ'ব।

অসম সঙ্গীত নাটক একাডেমী

সত্ৰীয়া, মাৰৈয়া আৰু দলৈয়া ( মন্দিৰৰ নটীৰ ) এই তিনিপদ নাচৰ বিষয়ে জ্ঞানৰ সমল গোটাব পৰাকৈ এটি অনুদান অসম চৰকাৰৰপৰা বিচৰা হৈছিল; কিন্তু অসম চৰকাৰৰ তথা অসম চৰকাৰৰ ধনেৰে পুষ্ট অসম সঙ্গীত নাটক একাডেমীয়ে এই প্ৰস্তাৱ গাপ দি থৈছে হবপায়। আমাৰ সংস্কৃতি-প্ৰীতি ইমান প্ৰবল ?

আগৰ দিনত ৰজা-জমিদাৰসকলৰ পৃষ্ঠপোষকতাত সঙ্গীত-নৃত্যই প্ৰসাৰ লাভ কৰিবলৈ সুবিধা পাইছিল। অসমতো সত্ৰবিলাকত ইয়াৰ



চৰ্চ্চা আজিকোপতি চলি আহিছে। বৰ্ত্তমান স্বাধীন ভাৰতত দেশৰ সাংস্কৃতিক জগতৰ প্ৰতি নতুনকৈ আদৰ হোৱা দেখা গৈছে। অসম

বৰগীত

সঙ্গীত নাটক একাডেমীৰ বৰগীত গৱেষণা সমিতিয়ে অলপ কাম কৰা দেখা গৈছে। পিছে উৎকৃষ্ট-নিকৃষ্টৰ এতিয়াই নিজে বিচাৰ নকৰি সৰু সৰু সত্ৰত থকা বৰগীত বা আন গীতৰ সুৰৰ সূক্ষ্ম সুৰ-চানেকি কৰিব জনা লোকৰ হতুৱাই তুলি ৰাখিব লাগে। বৰগীতৰ ৰাগবোৰ আজি-কালি কলাৱতী সঙ্গীতৰ প্ৰচলিত ৰাগৰ লগত সুকীয়া যদিও যেনেকৈ পোৱা যায় তেনেকৈয়ে তুলি ৰাখিব লাগে। এই সম্পৰ্কত কলেজীয়া জীৱনতে এখন সভাত ৺গিৰিশচন্দ্ৰ ৰায়চৌধুৰী ডাঙৰীয়াই কেদাৰ ৰাগত গোৱা এটি বৰগীতৰ কথা মনলৈ আহিছে। সেই গীতটি শুনি সেই সভাতে উপস্থিত থকা এজন বঙালী সঙ্গীতজ্ঞয়ো এটা আজি কালিৰ কেদাৰ ৰাগৰ গীত গাইছিল। দুয়োটা গীত শুনাৰ পাছত বৰগীতৰ সুৰৰ মাধুৰ্য্য আৰু গাম্ভীৰ্য্যই মনলৈ যি পৱিত্ৰতাৰ ভাৱ আনিছিল, তাৰ তুলনাত বঙলা গীতটিৰ পাৰ্থক্য দেখি বহুতে, লগতে কেইজনমান বঙালী শ্ৰোতায়ো মন্তব্য কৰিছিল যে পাঁচ শ বছৰৰ আগেয়ে মহাপুৰুষ শঙ্কৰদেৱে নানা তীৰ্থ ফুৰি যি সুৰ শিকি আহিছিল, সেই সুৰ গুৰুভক্তি-পৰায়ণ ধৰ্ম্মভীৰু নিষ্ঠাৱান সত্ৰীয়া ওজাসকলৰ মুখে মুখে তেনেকুৱাই হৈ আছে। আৰু বঙালী সুৰটো নানা ওস্তাদী কৰি কৰি হৰিনামৰ ওপৰত টিংখোপ লগাওঁতে বিকৃত হৈ এনেকুৱা হৈছেহি। কথাটো মন কৰিব লগীয়া।

অকল বৰগীতৰে নহয়, দেহবিচাৰ, শুকনান্নী, দুৰ্গাবৰী আদি সুৰও য'ত যি আছে এতিয়াই সুৰ-চানেকিত তুলি ৰাখিবলৈ চেষ্টা কৰিব লাগে।

কাহিনী-গীত আৰু বৰাগী গীত

তাহানি পঢ়াশলীয়া কালতে কোঁৱৰপুৰৰ এখন সভাত ৺ব্ৰাহিৰাম বৰাগী মৌজাদাৰৰ মুখত বৰাগী সম্প্ৰদায়ৰ কাহিনী-গীত অপূৰ্ব্ব সুৰত গোৱা শুনিছিলো। তেনে সুৰ আজিলৈকে ক'তো শুনা নাই। বোধ কৰোঁ আজি-কালিৰ গল্প-গীতি সেই কাহিনী-গীতৰ আৰ্হিৰেই কৰা হৈছে।

এতিয়াও যদি ক'ৰবাত বৰাগী সম্প্ৰদায়ৰ ভিতৰত সেই সুৰ বিচাৰি পোৱা যায় তাকো সুৰ-চানেকি কৰি তুলি ৰাখিব লাগে। আজি-কালি অনাতাঁৰ লাউডস্পীকাৰৰ যুগৰ ভেটা ভঙা

জনজাতি আৰু পৰ্ব্বতীয়া জাতিৰ গীত

সোঁতে গাওঁ-ভূঁই ভেদি পেলাই প্ৰাচীন সঙ্গীত উটুৱাই নি নাইকিয়া কৰিছে। সেই বাবে একেবাৰে লুপ্ত হোৱাৰ আগতে য'তে যি বস্তু পোৱা যায়, ঘাইকৈ ভৈয়ামৰ নানান জনজাতিবিলাকৰ আৰু বিভিন্ন পৰ্ব্বতীয়া জাতিবিলাকৰ বেলেগ বেলেগ সুৰবিলাক অসম সঙ্গীত নাটক একাডেমীয়ে ধৰি ৰাখিবলৈ চেষ্টা কৰাটো প্ৰথম কৰ্ত্তব্য হৈছে।

এই কাৰ্য্য হৈ উঠাৰ পাছত তাত গভীৰ গৱেষণা লাগে। তাৰ পাছতহে অসমৰ আৰু ভাৰতৰ বাহিৰত গৈ দেখুৱাব লাগে। আধুনিক সঙ্গীতৰ 'কাদেৰ কুলেৰ বৌ'ৰ ঠাইত 'কাৰনো বোৱাৰী' বুলি বঙলা সুৰত বঙলা কথাৰ ভাঙনিৰ পাছত 'পতিতোদ্ধাৰিণী গঙ্গে'ৰ বঙলা সুৰত 'চেনেহী জননী বন্দে' বুলি অসমীয়া কথাৰে গান ৰচাৰপৰা গৈ 'সোণবৰণীয়া কেতেকী ধুনীয়া' বা 'হেৰ বলিয়া নয়ন ভৰি ভৰি চা'ৰ নিভাঁজ অসমীয়া সুৰ আহিল। তাৰ পিছৰপৰা অসমীয়া আইনাম, বিয়ানাম, বিহুনাম আদিৰ সুৰ সংমিশ্ৰণ আৰু উন্নত কৰি এতিয়ালৈকে সুৰ বন্ধা আৰু গীত ৰচনা চলি আছে। আধুনিক সঙ্গীতৰ পটভূমি বা ভেটিৰূপে প্ৰাচীন সঙ্গীতৰ ধাৰা শকত

আধুনিক গীত

হব লাগিব কিন্তু প্ৰাচীন ধাৰাত বৈজ্ঞানিক বিচাৰৰ অভাৱৰ কাৰণে আমি ভয় খাব নেলাগে। সাহসেৰে আগ বাঢ়ি গ'লে এই ধাৰাৰ সুন্দৰ প্ৰতিষ্ঠা দিব পৰা হ'ব।

হিন্দুস্থানী আৰু কৰ্ণাটকী সঙ্গীতৰ চৰ্চ্চা হ'ব লাগে। ওপৰে ওপৰে শিকি সস্তীয়া জনপ্ৰিয়তাৰ চেষ্টা কৰাটো ভুল। আজি-কালি

হিন্দুস্থানী আৰু কৰ্ণাটকী সঙ্গীত

কোনো কোনো ন শিকাৰুৱে 'ঢেই বোলোঁতে মণিকূট পায়, নাবা বুলিলে সাত চাপৰ বায়, বা বুলিলে এচাপৰো নাই' তাকে নকৰি প্ৰকৃত সাধনা বহু বছৰ ধৰি হোৱাটো উচিত। পিছে অলপ জ্ঞান হ'লেই নিজৰ



থলুৱা সঙ্গীতক তাচ্ছিল্য কৰিব নেলাগে। থলুৱা সঙ্গীতো অনুশীলন কৰি তাত কোন কোন ৰাগ-ৰাগিণীৰ প্ৰভাৱ পৰিছে তাক গৱেষণা কৰিবলৈ চেষ্টা কৰা উচিত। আনহাতে ডেকা শিল্পীসকলে যৌৱনৰ সুৰদি-সুৰীয়া কণ্ঠৰ কল্যাণত কেইটামান বনগীত অনাতাঁৰত গাই জনপ্ৰিয়তা আৰ্জ্জিলে বুলিয়েই ভাৰতৰ বৈজ্ঞানিক কলাৱতী সঙ্গীতক অৱজ্ঞা কৰা উচিত নহয়।

পশ্চিমীয়া নৃত্য সাধাৰণতে ভৰিৰ আঙুলিৰ মূৰত ৰয়। বাইনাচ, খেমতানাচ আদি দাদৰা বা কাহাৰবাৰ জলদ তালত নাচে। আৰু

নৃত্য

আমাৰ বিহু-নাচত টকাৰ তালে তালে ভৰিৰ বুলনৰ বিশেষ কাৰসাজি নেদেখুৱাই হাতৰ লয়লাস ভঙ্গীৰে নাচে। পিছে আমাৰ সত্ৰীয়া নাচৰ ক্ষেত্ৰ বহুত বহল। খোলৰ তালে তালে ঘাইকৈ গোৰোহাৰ ওপৰত পদক্ষেপ কৰি বিভিন্ন তালত হাতেৰে মুদ্ৰা দেখুৱাই নচা হয়।

'শক ১৭৩৮, তাৰিক্ষ ৯ মাঘ, চিতাই পুথি যথা দৃষ্টং তথা লিখিতং লিখকে নাস্তি দুষণং। ভীমে চাপি ৰণে ভঙ্গং মুনিনাঞ্চ মতিভ্ৰমং॥'

শ্ৰীকৃষ্ণমঙ্গল পুথি

বুলি লিখা দ্বিজ মাধৱ ৰচিত 'শ্ৰীকৃষ্ণমঙ্গল' পুথিত পাইছিলো ঃ "ৰাগান্ধিঃ ভঙ্গি বস্তাৱ গীত গাং ভাঙ্গি ২ খন, ৰং পৰিতাল গোবৰ্দ্ধনি নিগৰ্দ্ধনি ৰেগম—গৰিচা ৪ তথিকা থগাও থগাও দাঞ তিনি খেটাহ তেনী হোনী তেনা না তেনা তেনাহো গোবৰ্দ্ধনি॥ গোবৰ্দ্ধনি ২ নিগৰ্দ্ধনি ৰেগম গাৰিচা ৪ তথিকা থগাও থগাও ২ দাঞ তিনি কট॥"

এই কৃষ্ণমঙ্গল পুথিৰপৰাও প্ৰাচীন অসমীয়া গীতৰ বিষয়ে বহুত

শ্ৰীহস্তমুক্তাৱলী আৰু সঙ্গীত দামোদৰ

কথা জনা যাব পাৰে। শুভঙ্কৰ কবি-ৰচিত 'শ্ৰীহস্তমুক্তাৱলী' (মাদ্ৰাজ মিউজিক একাডেমী) আৰু 'সঙ্গীত-দামোদৰ' (সংস্কৃত কলেজ) এই দুয়োখন পুথি একালত অসমত প্ৰচলিত আছিল। শুভঙ্কৰ কবিকো অসমীয়াই অসমৰে বুলি দাবী কৰে।* পিছে তেওঁ

* পিছে বঙ্গদেশ আৰু মিথিলায়ো সেই দাবী কৰিবলৈ বিচাৰে।

য'ৰে হওক সেই দুখন পুথি যেতিয়া এসময়ত অসমত প্ৰচলিত আছিল, 'শ্ৰীহস্তমুক্তাৱলী'ৰপৰা নাচৰ মুদ্ৰাৰ বিষয়ে আৰু 'সঙ্গীত-দামোদৰ'ৰপৰা গীতৰ বিষয়ে অসমীয়াই চৰ্চ্চা কৰা দৰ্কাৰ।

যিমানেই সংসাৰৰ ভাৰ বাঢ়িব, উচ্ছৃঙ্খলতা আৰু অত্যাচাৰত আমাৰ জীৱন দুঃসহ হৈ উঠিব, সিমানেই পৰিপূৰ্ণ কোমল মাধুৰ্য্যৰ বিৱৰণে সদায়েই আমাক অসীম আৰু সুন্দৰৰ লগত সংশ্লিষ্ট ৰাখিব। যি এনেকুৱা সুন্দৰ হ'ব জানে আৰু মানুহৰ জীৱনৰ নিগূঢ় মধুৰ ৰস নিজৰ প্ৰাণত পাইছে, তেওঁলোকেই যেন নিজৰ কথা গান কৰে; তেওঁলোকেই যেন লিৰিক কবিতা লিখে। কাৰণ সেই এটি জীৱনৰ জ্যোতিঃসম্পদত সমস্ত মানুহ জাতিৰ গৌৰৱ।

অসীম য'ত সীমাৰ মাজত, তাত ছবি; অসীম য'ত সীমাহীনতাত, তাত গান। কবিতা উভচৰ। ছবিৰ মাজতো চলে, গানৰ মাজতো উৰে; কিয়নো কবিতাৰ উপকৰণ হৈছে ভাষা। ভাষাৰ এফালে অৰ্থ আৰু এফালে সুৰ। এই অৰ্থৰ যোগত ছবি গঢ় লৈ উঠে, সুৰৰ যোগত গান।

ভাৰতীয় আৰু পচিমীয়া আৰ্টৰ প্ৰধান পাৰ্থক্য হৈছে—ভাৰতীয়ই চায় অন্তৰৰ ৰূপ আৰু পশ্চিমে চায় বাহিৰৰ ৰূপ। সেই দেখি

ভাৰতীয় আৰু জাপানী চিত্ৰ

বুদ্ধদেৱৰ ছবি আঁকোঁতে ইমান দিন ব্ৰতে-লঘোনে থাকি নিৰ্ব্বাণ লাভ কৰা বুদ্ধদেৱক ইউৰোপীয় শিল্পীয়ে এজন খাবলৈ নোপোৱা খীণোৱা হাড়-ওলোৱা মানুহৰ ৰূপত আঁকিব, কিন্তু ভাৰতীয়ৰ চকুত বুদ্ধদেৱৰ অন্তৰৰ ৰূপটো এজন বহল বুকুৰ থূলন্তৰ পুৰুষৰূপে দেখা দিলে।

ভাৰতৰ চিত্ৰত ভূমিদৃশ্যৰ ঠাই নাই। কেৱল মোগল আৰু ৰাজপুত চিত্ৰ-কলাত ভূমিদৃশ্য দেখিবলৈ পোৱা যায়। কিন্তু তাকো

ভাৰতীয় আৰু জাপানী চিত্ৰ

অইন চিত্ৰৰ পাছৰ দৃশ্য হিছাপে। কাৰণ এই ভাৰত-বৰ্ষৰ চিত্ৰকলাই মানুহৰ জীৱনৰ নানা অনুভূতিক ৰূপ দিছে আৰু জাপানৰ চিত্ৰই প্ৰকৃতিৰ বৈচিত্ৰ্যক ৰূপ দান কৰিছে। আমাৰ চিত্ৰকলাত মানুহ মুখ্য, প্ৰকৃতি গৌণ। জাপানী চিত্ৰকলাত প্ৰকৃতি মুখ্য, মানুহ গৌণ। মুন্নিহ বা তিৰোতাৰ



শাৰীৰিক সৌন্দৰ্য্যই জাপানী চিত্ৰকৰৰ অনুভূতি উদ্ৰেক কৰা নাই। সেই কাৰণেই জাপানী চিত্ৰত অনাবৃত মানুহৰ মূৰ্ত্তি দৈবাৎ দেখা যায়।

উকিজোয়ী চিত্ৰকৰবিলাকৰ সময়ত জাপানী কলা জনশিল্প হৈ উঠে। ভাৰতত এনেকুৱা জনশিল্পৰ বিস্তাৰ হোৱা নাই। অজন্তা শিল্প কেতিয়াও জনশিল্প হোৱা নাই, কিন্তু ৰাজপুত শিল্প হৈছিল। মোগল চিত্ৰকলাক জনশিল্প বুলিব-নোৱাৰি, কিয়নো তেতিয়াৰ চিত্ৰকৰবিলাক আছিল ৰাজসভাৰ চিত্ৰকৰ। কেৱল বঙালী চিত্ৰকৰ, যাক পোটো বোলে, আৰু অসমীয়া পুথিৰ চিত্ৰকৰবিলাক প্ৰকৃত

প্ৰাচীন চিত্ৰ

জনচিত্ৰকৰ আছিল। আৰু এই জাতীয় চিত্ৰকৰ-বিলাক দিনে দিনে লোপ পাইছে। প্ৰথমতে অসম সাহিত্য সভাৰ পৰা ৺শৰৎচন্দ্ৰ গোস্বামীৰ দিনতে প্ৰকাশ হোৱা বনমালীদেৱ চৰিতৰ কিছু ছবিৰপৰা, অসমীয়া চিত্ৰভাগৱতখন ছপা হৈ ওলোৱাত, ডঃ মহেশ্বৰ নেওগৰ The Art of Painting in Assam ওলোৱাত আৰু হস্তীবিদ্যাৰ্ণৱৰ পুথিৰপৰা অসমীয়া চিত্ৰাঙ্কনৰ বিষয়ে মানুহে বহুত জানিবলৈ পালে। অসমৰ বহুত সত্ৰত এনেকুৱা ছবি থকা পুথি বিচাৰিলে পাব। বাইশ বছৰমানৰ আগতে মাজুলীৰ বৰ-এলেঙী সত্ৰত প্ৰায় দুহাতমান দীঘল কেউকাষে ছবি থকা পুথি এখন চোলা-নিপিন্ধা আতৈয়ে দেখুৱা মনত আছে। সেইখনতো শ্ৰীকৃষ্ণৰ শিশুলীলাৰ ছবিবোৰ পাতে পাতে কালি আঁকা যেন হৈ জিলিকি আছিল। গুৱাহাটী বিশ্ববিদ্যালয়ে এইবিলাক সংগ্ৰহ কৰিলে ভাল হয়।

পাঁচ বছৰৰ আগতে অসমীয়া কলা-সংস্কৃতিৰ আদি গুৰু শ্ৰীশ্ৰীমন্ত

চিত্ৰত মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ অৱদান

শঙ্কৰদেৱে নিজে পট আঁকি চিহ্নযাত্ৰা ভাৱনা কৰি প্ৰথমে মুকলি মঞ্চ অৱতাৰণা কৰে আৰু খোল মৃদঙ্গ লৈ সূত্ৰধাৰী হৈ সঙ্গীত নৃত্য অভিনয়ৰ প্ৰথম সূত্ৰপাত কৰাৰ কথা সকলোৱে জানে। আৰু বৃন্দা-বনীয়া কাপোৰ বৈ নানা চিত্ৰ আৰু ঘাইকৈ থাপনাত দিয়া গামোচাত ত্ৰৈকোণিক চিত্ৰৰ (Cubism) সমপৰ্য্যায়ৰ ছবি প্ৰথমে উলিয়ায়।

**অসমীয়া আধুনিক চিত্ৰ**

অসমৰ আধুনিক চিত্ৰকৰ মাত্ৰ দুই এজন আঙুলিৰ মূৰত লেখিব পৰা হৈ আছে। পিছে তাৰ ভিতৰতো যেতিয়া 'কষ্মৈ দেৱায় হৱিষা বিধেম' নাম দি গেগেৰিণৰ উচ্চতাৰপৰা পৃথিৱীৰ এচুকত আদিম মানৱ-মানৱীয়ে হাত তুলি থকা ইম্প্ৰেশ্যনিষ্ট ছবি বা 'ৰোমবিবৰ মহ কোটি কোটি অণ্ড তাণ্ডৱ কৰু সম ৰেণু' নাম দি বিশ্বব্ৰহ্মাণ্ডৰ সিপাৰৰ নীহাৰিকাৰ ছবি দেখোঁ, অসমীয়া চিত্ৰশিল্পৰ ভৱিষ্যত কল্পনা কৰি গৌৰৱত মন ফুলি উঠে। আমাৰ জনগণৰ চৰকাৰে মাজে মাজে অলপ ধন ভাঙি প্ৰদৰ্শনী পাতি এই লোকচক্ষুৰ অন্তৰালত থকা শিল্পীসকলক উৎসাহ দিলে ভাল হয়; আৰু নতুন শিকাৰু শিল্পীসকলেও প্ৰেৰণা পায়।

**অভিনয়**

অভিনয়ৰ বিষয়ে চমুকৈ ইয়াকে ক'ব খোজো যে মুখত ৰং সানি, বিচিত্ৰ সাজপাৰ পিন্ধি নাটশালত থিয় দিলেই যে অস্বাভাৱিক জোৰ দি অদ্ভুত ঠেও ধৰি কথা কব লাগিব, এই ভুল ধাৰণা যেন ভাৱৰীয়াসকলৰ মনৰপৰা যায়। আমি বহুত উঠি অহা ভাৱৰীয়াৰ এইটো দোষ দেখিছো কাৰণেই এইযাৰ কথা কলো। স্বাভাৱিক সুৰত শুদ্ধ স্পষ্ট উচ্চাৰণেৰে সল-সলীয়াকৈ কথা ক'ব পাৰিলেই আৰু অঙ্গভঙ্গী অতিমাত্ৰাই নকৰিলেই ভাল অভিনয় হয়।

**'আকাশবাণী'**

অনাতাঁৰৰ বিষয়ে ক'বলৈ গ'লে পোনতে মনত পৰে 'আকাশ-বাণী'ৰ কথা। অসমীয়াই শ, ষ, স এই তিনিটা আখৰৰ উচ্চাৰণ 'চ' বুলি নকৰে। এইকেইটা আখৰৰ উচ্চাৰণ অসমীয়াই কৰাৰ দৰে ভাৰতৰ কোনো প্ৰদেশৰ মানুহেই সহজে কৰিব নোৱাৰে। এইটো অসমীয়াৰ দোষ নহয় বৰঞ্চ বিশেষ গুণহে। আন প্ৰদেশৰ মানুহে নকৰে বুলিয়েই অসমীয়াই এই গুণটো এৰি দিব লাগিব, তাৰ যুক্তি বিচাৰি নেপাওঁ। এখন প্ৰদেশৰ এটা বিশেষ উচ্চাৰণে ভাৰতৰ ঐক্য হানি কৰিব সেইটো বুজিব নোৱাৰোঁ। বৈশিষ্ট্য ঐক্যৰ পৰিপন্থী বুলিও জনা নাছিলো। এখন প্ৰদেশৰ ভাষাৰ উচ্চাৰণৰ পৱিত্ৰতা (chastity) নষ্ট কৰিবলৈ বিদেশী



ইংৰাজ চৰকাৰেও সাহ কৰা নাছিল। এতিয়া আমাৰ স্বদেশী চৰকাৰে এই পৱিত্ৰতা চুৰা কৰিবৰ অধিকাৰ কি যুক্তিৰে বিচাৰি পালে আমি বুজিব পৰা নাই। দিল্লীৱালা ওপৰৱালাসকলে জানিবা বুজিব নোৱাৰি এনে হুকুম দিলেই, অনাতাঁৰৰ কাম কৰা আমাৰ অসমীয়া কৰ্ম্মচাৰীসকল একেলগ হৈ আমাৰ ভাষাৰ ভুল উচ্চাৰণ নকৰোঁ বুলি জোৰেৰে কবলৈ সৎসাহ আৰু জোৰ নাইনে ?

**বোলছবি**

আজি কালি বছৰেকত কেবাখনো অসমীয়া বোলছবি নানা বাধা-বিঘিনি অতিক্ৰম কৰি, অসুবিধাৰ মাজেদি ভাল হক, বেয়া হক, ওলায়ে আছে, এইটো অতি শুভ লক্ষণ। পিছে এই অসুবিধাবোৰ আঁতৰাবৰ কাৰণে আমাৰ অসমতে ষ্টুডিঅ' এটা লাগে বুলি বহুত দিনৰেপৰা সকলোৱে কৈ আহিছে। আমাৰ জনগণৰ চৰকাৰেও আশ্বাস দিছে আৰু অলপতে বশিষ্ঠাশ্ৰমৰ ওচৰত ঠায়ো চোৱা হৈছে বুলি বাতৰি কাকতত দেখি সন্তোষ পাইছো। পিছে জনগণৰ চৰকাৰে ভালকৈ জনগণৰ নাড়ী-জ্ঞান কৰি, আন্দোলনলৈ বাট নেচাই, অতি সোনকালে ঢৌতে খৰ মাৰি, ৰঙা-ফিটাৰ মেৰপাকৰপৰা এৰুৱাই এজন বিশেষ মন্ত্ৰীক দায়িত্ব দি নিজৰ ঘৰ সজাৰ উদ্যমেৰে কামটো শেষ কৰিব লাগে আৰু তাৰ পৰিচালনা বা ব্যৱস্থাপনাৰ ভাৰ কেইজনমান নেতাৰ বিশেষ খাতিৰত থকা, একে ঠাইৰে বোলছবি আৰু অভিনয়ৰ তৃতীয় শ্ৰেণীৰ অভিজ্ঞতা থকা লোকৰ হাতত এৰি নিদি, সদৌ অসমৰে সৰ্ব্বজনস্বীকৃত ভাল অভিজ্ঞতা থকা লোকেৰে গঠিত এখন সমিতিৰ হাতত গতাই দিলে ভাল হয়।

ওপৰৰ কোনো ঠাইত কিছু অপ্ৰিয় সত্য ক'ব লগা হ'ল। পিছে 'ঢোলহে বায় যেনেকৈ নানাচিনো কেনেকৈ ?'

সামৰণিত ইয়াকে কওঁ যে আজি আঠ বছৰ পক্ষাঘাতত পঙ্গু, কণ্ঠহীন হৈ কেৱলমাত্ৰ অনাতাঁৰ যন্ত্ৰটোকে আশ্ৰয় কৰি, মাজে মাজে কাণ ঠহৰাই যোৱা সুৰ শুনি কলা-সংস্কৃতিৰপৰা আঁতৰি শেতেলিকে মোৰ বুলি পৰি আছো। সিমানতো আপোনালোকে মৰম কৰি

মোক এই গধুৰ বাব দিয়াত ঘুগুলা মগজেৰে সুঁৱৰি সুঁৱৰি কলা-সংস্কৃতিৰ বিষয়ে কিছু অসংলগ্ন কথা কৈ আপোনালোকক আমনি দিয়া বাবে ক্ষমা বিচাৰিছো। আৰু ৰাজহাঁহে পানীৰপৰা গাখীৰ লোৱা দৰে ইয়াতো যদি কিবা সাৰ আছে গ্ৰহণ কৰিব বুলি সকলোলৈকে এটি প্ৰণাম জনালো।

শ্ৰীপাৰ্বতিপ্ৰসাদ বৰুৱা



বুৰঞ্জী অধিৰেশনৰ সভাপতি শ্ৰীপ্ৰেমধৰ চৌধুৰীয়ে তেখেতৰ অভিভাষণ পাঠ কৰিছে

# বুৰঞ্জী অধিৱেশনৰ সভাপতিৰ অভিভাষণ

সমৱেত প্ৰতিনিধিবৰ্গ আৰু সমজুৱাসকল,

বুৰঞ্জী-শাখাৰ সভাপতিৰ আসন আগ বঢ়াই দিয়াৰ বাবে আপোনালোকক ধন্যবাদ জনাইছো। বুৰঞ্জীবিদ্ হিছাপে এনে হেন সম্মানৰ ভাগী হ'বলৈ পোৱা বুলি আমাৰ মনে নধৰে। লেখত ল'ব লগীয়া বুৰঞ্জীমূলক কোনো কাৰ্য্য সম্পাদন কৰা বুলি মই ভাবিব নোৱাৰোঁ। তথাপি আপোনালোকে সভাপতি পাতি আদৰি অনাত আপোনালোকৰ ওচৰত মই কৃতজ্ঞ।

মোৰ ভাষণ অলপ আনতকৈ পৃথক ধৰণৰ হ'বনেকি জানো! নিজে নিজে মনতে আলচি অলপ সঙ্কোচ বোধ কৰিছো, অলপ আভঁজা আভঁজা যেনো লাগিছে, পাছে,—

সুখমৰ্থো ভৱেদ্ দাতুং সুখং প্ৰাণাং সুখং তপঃ।
সুখমন্যদ্ ভৱেৎ সৰ্ব্বং দুঃখং ন্যাসস্য ৰক্ষণম্॥

এই ধৰণৰ নীতিবচনে দুৰ্ব্বল মনত সাহস দিয়ে। এই সাৰুৱা বচনটিকে সাৰোগত কৰি এই ন্যাস-ৰক্ষা অৰ্থাৎ বুৰঞ্জী-শাখাৰ সভাপতিৰ ন্যস্ত গুৰুভাৰ লৈ আপোনাসৱৰ আগত থিয় দিছোহি। ন্যাস-ৰক্ষাযে অতি দুৰূহ এই কথা বহু কাল আগতেই প্ৰায় খ্ৰীষ্টপূৰ্ব্ব প্ৰথম-দ্বিতীয় শতাব্দীতে কবিবৰ ভাসই কৈ গৈছে। এই সাধুবচনতে ভৰসা ৰাখি আৰু অপাৰ করুণাসিন্ধু সমজুৱাসকলৰ কথা সুঁৱৰি আপোনালোকৰ আহ্বান শিৰোধাৰ্য্য কৰি ল'লো। ভাষণৰ ভুল-ভ্ৰান্তি সুধীবৃন্দই নিজ গুণে ক্ষমা কৰে যেন।

আমাৰ অসম দেশ অতি পুৰণি, এই বিষয়ে কাৰো সন্দেহ নাই। ৰামায়ণ-মহাভাৰতত আমাৰ দেশক 'প্ৰাগ্‌জ্যোতিষ' বোলা হৈছে। হৰিবংশ আৰু বিষ্ণু-পুৰাণতো প্ৰাগ্‌জ্যোতিষৰ উল্লেখ আছে; কিন্তু

কামৰূপৰ নাম নাই। ব্ৰহ্মাণ্ডপুৰাণতো 'প্ৰাগ্জ্যোতিষ' নামহে পাওঁহক। কিন্তু কালিকা-পুৰাণত দুয়োটা নামৰে উল্লেখ আছে আৰু মহাকবি কালিদাসৰ গ্ৰন্থত অৰ্থাৎ ৰঘুবংশত দুয়োটা নামকে পোৱা যায়। মুঠতে এইবোৰ মহাকাব্যৰপৰা জানো যে আমাৰ অসম দেশ অতীজৰেপৰা সুপ্ৰসিদ্ধ আৰু ইয়াৰ ঐতিহ্য-সম্পদ, কৃষ্টি-কলা সুপ্ৰশস্ত।

হৰপ্পা-মহেঞ্জোদাৰো অৰ্থাৎ সিন্ধু উপত্যকাৰ সভ্যতাই পোহৰ নোপোৱালৈকে মহাপ্ৰতাপী সম্ৰাট অশোকৰ কাৰ্য্যকলাপেই নিৰ্ভৰ-যোগ্য আৰু লেখত লব লগীয়া হিছাপে ভাৰতত প্ৰাচীনতম বুলি অন্যতম আসন অধিকাৰ কৰি আহিছিল। অশোকৰ কোনো স্তম্ভ বা খোদিত লিপি আৱহমান কাললৈকে অসমত আৱিষ্কৃত হোৱা বুলি আমি নেজানো। অসমত অশোক স্তম্ভ, অসমত বৌদ্ধ-ধৰ্ম্ম-বিস্তাৰ ইত্যাদি বিষয়ে যুক্তি-তৰ্কৰ আৰম্ভ হোৱা দেখা গৈছে। ই আমাৰ হকে এটি শুভ চিন ; সময়ত যদি সঁচাকৈ এই মতবাদ সুধীসমাজৰ স্বীকৃতিযোগ্য হয়, অসমৰ ইতিহাসৰ অৱয়ব আৰু শকত হ'ব, সৌষ্ঠৱ বাঢ়িব। এই পৰিস্থিতিত আৰু এনে হেন দোমোজাত আমাৰ দেশৰ উল্লেখ থকা উপৰোক্ত মূল্যবান গ্ৰন্থসমূহ অসমবাসীৰ হকে আৰু বেছি মূল্যবান হৈ উঠিছে। আমাৰ কান্ধত সভাপতিৰ ভাৰ ন্যস্ত হোৱাৰ খবৰ দিয়াৰ লগে লগে সাহিত্য সভাৰ কাৰ্য্যদক্ষ প্ৰধান সম্পাদকে নিৰ্দ্দেশ-বাণীও দিলে যে ভাষণত প্ৰত্নতত্ত্বই ঘাই আসন পাব লাগে। 'তথাস্তু' বুলি মই স্বীকৃতি দিলো।

জনশ্ৰুতি, প্ৰবাদ, অনৈতিহাসিক-ঐতিহাসিক সাহিত্য, বৈদেশিক সাক্ষ্য, প্ৰত্নতত্ত্ব আদি সঁজুলিয়ে ইতিহাস-সঙ্কলনত বা গঠনত সহায় কৰে। এই সঁজুলি-সমুদায়ৰ ভিতৰত প্ৰত্নতত্ত্বই প্ৰথম স্থান অধিকাৰ কৰে আৰু আমাৰ ভাষণত ডক্টৰ মহেশ্বৰ নেওগৰ কথাকে ৰাখি এই বিজ্ঞানকে বিশেষ স্থান দিয়া হৈছে।

অতীতক লৈ যি বিজ্ঞানে চৰ্চ্চা, আলোচনা বা গৱেষণা কৰে, সেয়ে হ'ল প্ৰত্নতত্ত্ব। প্ৰত্নতত্ত্ব তিনিটা মূল শাখাত বিভক্ত—লিপি,



ভাস্কৰ্য্য আৰু মুদ্ৰাচৰ্চ্চা। এই তিনি শাখাৰ ভিতৰত লিপিয়েই হৈছে বুৰঞ্জী-গঠনৰ শ্ৰেষ্ঠ উপাদান, যিহেতুকে লিপিয়ে ঐতিহাসিক ঘটনাবোৰ পোনপটীয়াকৈ প্ৰকাশ কৰে। আজিৰ আলোচনাত আমাৰ ইতিহাসৰ বিষয়ে দুআষাৰ কওঁতে প্ৰত্নতত্ত্বকেই শীৰ্ষস্থান দিয়া হৈছে। প্ৰত্নতত্ত্বৰ আলম লৈ আমাৰ ইতিহাস বিশেষকৈ প্ৰাক্-আহোম যুগৰ ইতিহাসে কিমানখিনি পোহৰ পাইছে, প্ৰত্নতত্ত্বই অসম ইতিহাস সংগঠনত কিদৰে যোগান ধৰিছে, সেই কথা সঁচাকৈয়ে মন-কৰিব লগীয়া। এই প্ৰসঙ্গতে প্ৰত্ন-তত্ত্বৰ এটি চমু টোকা দি থওঁ।

প্ৰত্নতত্ত্ব

অষ্টাদশ শতিকাৰ প্ৰায় শেষ ভাগত ভাৰতীয় প্ৰত্নতত্ত্বমূলক সম্পদে ইষ্ট্ ইণ্ডিয়া কোম্পানীৰ কৰ্ম্মচাৰীসকলৰ মন আকৰ্ষণ কৰে। ১৭৮৪ ছনত চাৰ উলিয়াম্ছ জন্ছৰ নিৰ্দ্দেশত এচিয়া মহাদেশৰ ইতিহাস, অতীত ঐশ্বৰ্য্য, শিল্প-কলা আদিৰ গৱেষণা কৰিবলৈ কলিকতাত এচিয়াটিক্ ছোচাইটি স্থাপিত হয়। ১৭৮৮ ছনত 'এচিয়াটিক্ ৰিচাৰ্চেছ্' নামে এখনি আলোচনী ওলায়, আৰু ১৮১৪ ছনত ছোচাইটিৰ কৰ্ম্মীসকলে গোটোৱা সম্পদ-সমুদয় ৰাখিবলৈ এটি সংগ্ৰহালয় স্থাপিত হয়। তেতিয়ালৈকে প্ৰত্নতত্ত্ব বিষয়ত চৰকাৰে বিশেষ কোনো আগ্ৰহ দেখুওৱা নাছিল। অতীত গৌৰৱ-উদ্ধাৰত বিশেষ ৰাপ থকা আলেক্-জেণ্ডাৰ কানিংহামৰ সময়ত অৰ্থাৎ ১৮৮১ ছনত প্ৰত্নতত্ত্বৰ এই সেমেকা অৱস্থাৰ ওৰ পৰে। ভাৰত চৰকাৰে কানিংহামক পুৰাতত্ত্ব পৰিদৰ্শক পাতি ভাৰতীয় পুৰাতত্ত্ব বিভাগ স্থাপন কৰে। দেশৰ অতীত ঐশ্বৰ্য্য সংৰক্ষণৰ দায়িত্ব চৰকাৰে স্পষ্টভাৱে স্বীকাৰ কৰা এয়ে প্ৰথম।

ভাৰতীয় আৰু অসমৰ প্ৰত্নতত্ত্ব

এইদৰে কিছু কাল অতিবাহিত হয় আৰু ১৯০৪ ছনত 'দি এন্‌চিয়েণ্ট মনুমেণ্টছ্ প্ৰিজাৰ্ভেছন্ এক্ট' অৰ্থাৎ প্ৰাচীন কীৰ্ত্তি-সংৰক্ষণ আইন যুগুত হৈ উঠে। দেশখন বিভিন্ন মণ্ডলত বিভক্ত কৰা হয় আৰু তাৰে পূব মণ্ডলত বঙ্গ উৰিষ্যাই সৈতে অসমে ঠাই

পায়। ভাৰত স্বাধীন হোৱাৰ পাছত ব্যৱস্থাৰ কিছু পৰিমাণে সাল-সলনি হৈছে। ১৯৪৭ চনত 'এন্‌টিকুইটিছ্ এক্সপৰ্ট কন্‌ট্ৰোল এক্টে' চৰকাৰৰ বিনা অনুমতিত এশ বছৰীয়াতকৈ বেছি পুৰণি বস্তু বাহিৰলৈ পঠোৱা বা পঠোৱাৰ চেষ্টাৰ বিৰুদ্ধে শাস্তি বিধান কৰে। এই আইনৰ উদ্দেশ্য হ'ল যাতে দেশখনৰপৰা পুৰণি সম্পদ-সমুদায় নাইকিয়া নহয়। আজি দুবছৰ আগতে ১৯৫৯ চনৰ ১৫ অক্টোবৰত 'এনচিয়েণ্ট মনুমেণ্টছ্ এণ্ড্ আৰ্কিঅ'লজিকেল্ ছাইটছ্ এণ্ড্ ৰিমেইনছ্ এক্ট' বলবৎ হয়। আগৰ আইনৰ ৰীতি-নীতিবোৰ উপযোগী কৰি লোৱাৰ উপৰিও স্বাধীন ভাৰতৰ বৰ্ত্তমান আইনত আৰু কিছুমান উপাদেয় ব্যৱস্থাই ঠাই পাইছে। 'ইণ্ডিয়ান্ আৰ্কিঅলজি' নামক ইংৰাজী সৰু কিতাপ এখনত প্ৰত্নতত্ত্ব বিভাগৰ বৰ্ত্তমান ডাইৰেক্টৰ-জেনেৰেল শ্ৰীঅমলানন্দ ঘোষে ভাৰতীয় প্ৰত্নতত্ত্বৰ ইতিহাস দাঙি ধৰিছে। কেন্দ্ৰীয় চৰকাৰে এই পুথিখন ভাৰতৰ বিভিন্ন তেৰটা ভাষালৈ অনুবাদ কৰিবলৈ নিৰ্দ্দেশ দিয়ে। অসম চৰকাৰৰ শিক্ষা বিভাগৰ অনুগ্ৰহত অসমীয়া ভাষাতো এই পুথিখন ছপা হৈ ওলাইছে। (প্ৰকাশক—অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ।) আজি কিছু কাল আগতে অসমত এটি স্বকীয়া প্ৰত্নতত্ত্ব বিভাগ স্থাপন কৰাৰ যো-জা চলিছিল। অসম চৰকাৰৰ অনুগ্ৰহত ৰাজ্যিক প্ৰত্নতত্ত্ব বিভাগ অলপতে স্থাপিত হৈছে। এই বিভাগ সংস্থাপন হোৱাৰ ফলত অতীতৰ ৰাজ্যিক স্মৃতি-চিহ্নই সমাদৰ আৰু সংৰক্ষণ পাব বুলি আশা কৰা যায়। 'জাতীয় গৌৰৱ' বুলি বিবেচিত নহলে ৰাজ্যিক কোনো অতীত সম্পদ সংৰক্ষিত হোৱাৰ ব্যৱস্থা বৰ্ত্তমানে নাই।

আগতেই কৈ আহিছো, মোৰ ভাষণ হয়তো আনতকৈ অলপ বেলেগ ধৰণৰ হ'ব। যেনে ধৰক,—এই ভাষণত কি কি হৈছে বা হ'ব ধৰিছে, কেনে ধৰণে আমাৰ বুৰঞ্জীৰ পৃষ্ঠপোষকসকল আগ বাঢ়িছে, প্ৰতিষ্ঠানসমুচ্চয়ে কি কি সমল যোগাইছে, অনুসন্ধিৎসু-সকলে ক'ত কেনেকৈ সহায়-সাৰথি পাইছে, এই ধৰণৰ কথাই এই



ভাষণত আগ ভাগ পাইছে; 'এতিয়াও নহ'ল, কেতিয়ানো হ'ব, কোনে কৰিব',—এনে ধৰণৰ অনুতাপ-সূচক শব্দৰ যোজনা প্ৰায়েই আঁতৰতে ৰখা হ'ল। আপোনালোকে ভাষণৰ অন্তত আনন্দিত ন'হলেও আলাপহে কৰিব চাগে, বিলাপ কৰিবৰ বোধ হয় সুযোগ নাপাব।

বুৰঞ্জী বা ইতিহাস গঠনমূলক সমল-সমুদায়ৰ ভিতৰত প্ৰত্নতত্ত্বৰ মূলমন্ত্ৰ খোদিত লিপিয়েই হৈছে মুখ্য আৰু সৰ্ব্বতোভাৱে নিৰ্ভৰযোগ্য। এই কাৰণেই সভ্য জগতত কৃষ্টি-কলা, সাহিত্য-বুৰঞ্জী আদি বিষয়ত ফলি-লিপিৰ ইমান আদৰ। আজিকোপতি আৱিষ্কৃত হোৱা শিলা-লিপি, তামৰ ফলি, মূৰ্ত্তি-ভাস্কৰ্য্য, স্থাপত্য-বিদ্যা-বিষয়ক সা-সঁজুলি আৰু পুথি-পাঁজিৰপৰা নিৰ্ভৰযোগ্য প্ৰমাণ হয় যে চতুৰ্থ শতিকাৰ প্ৰায় মাজ ভাগৰপৰা অসমত ঐতিহাসিক যুগে পাতনি মেলে। এই সময়ৰ-পৰা ঊনৈশ শতিকালৈকে অসমত বিভিন্ন ৰজাসকলে ৰাজত্ব কৰা এই সুদীৰ্ঘ কালছোৱাক মোটামুটিকৈ দুটা ভাগত বিভক্ত কৰা হয়; যেনে প্ৰাক্-আহোম যুগ আৰু আহোম যুগ।

চতুৰ্থ শতিকাৰ আগৰ ঘটনাৱলীৰ যি সম্ভেদ বা আভাস আমি পাওঁহক, সেই সকলোবোৰ এতিয়াও কল্পনা-ৰাজ্যৰ ৰত্নৰাজি বুলিহে ধৰিব লাগিব—অন্ততঃ বিজ্ঞানসম্মত প্ৰত্নতত্ত্বৰ ফালৰপৰা, কাৰণ, প্ৰত্নতত্ত্ব হৈছে এটি বিজ্ঞান। বিশ্বস্তসূত্ৰে আৰু বৈজ্ঞানিক ধৰণে প্ৰমাণিত নহ'লে প্ৰত্নতত্ত্বই কোনো কথা মানি লবলৈ টান পায়।

অসমত আৱিষ্কৃত হোৱা খোদিত লিপিসমূহৰ ভিতৰ কামাখ্যা পাহাৰৰ পূব অঞ্চলৰ নামনিত আৱিষ্কৃত হোৱা শিলালিপিখনেই বয়সত অতি পুৰণি। লিপি থকা ঠাইডোখৰক উমাচল বোলা হয়। সেই গতিকে প্ৰকাণ্ড এটা শিলত কটা এই লিপিখনে আখ্যা পালে উমাচল শিলালিপি। এই ফলিৰ পাঠোদ্ধাৰ আৰু প্ৰবন্ধাকাৰে সবিশেষ প্ৰকাশ পোৱা বেছি দিন হোৱা নাই, সদৌ পঢ়ুৱৈ সমাজৰ দৃষ্টিগোচৰ হৈছেনে নাই, নাজানো। কেন্দ্ৰীয় পুৰাতত্ত্ব বিভাগৰ মুখপত্ৰ 'এপিগ্ৰাফিয়া ইণ্ডিকা'ত (একত্ৰিংশ খণ্ড, দশম সংখ্যা) এই ফলি

সম্বন্ধে লিখা প্ৰবন্ধ প্ৰকাশ পাইছে। এই লিপি ভৌমনাৰকবংশীয় সুৰেন্দ্ৰবৰ্ম্মা অৰ্থাৎ মহেন্দ্ৰবৰ্ম্মা—আমাৰ সুবিখ্যাত প্ৰতাপশালী কুমাৰ ভাস্কৰবৰ্ম্মাৰে এজন পূৰ্ব্বপুৰুষৰ। সময় পঞ্চম শতিকা বুলি নিৰ্দ্ধাৰিত ; অৱশ্যে ছন-তাৰিখ ইয়াত খোদিত নাই। লিপিত উল্লেখ পাওঁ সুৰেন্দ্ৰবৰ্ম্মাৰ নাম। আন আন লিপিত উল্লেখ থকা মহেন্দ্ৰ-বৰ্ম্মাৰে আন এটা নাম সুৰেন্দ্ৰবৰ্ম্মা আছিল। প্ৰাচীন ভাৰতৰ ৰজা-সকলৰ বিভিন্ন নাম থকা দেখা যায়। এই শিলালিপিখনৰ আখৰ-বোৰ এতিয়াও প্ৰায় জকমকীয়া হৈয়ে আছে। ফলিৰ পাঠ উদ্ধাৰ কৰোঁতে বিশেষ একো কষ্ট নহয়। ছন-তাৰিখ নাই যদিও সুৰেন্দ্ৰ-বৰ্ম্মাৰ নাম আৰু আখৰৰ ধৰণ-কৰণবপৰা ক'ব পাৰি যে এই লিপি পঞ্চম শতিকাৰ। এই লিপিয়ে এটি বিশেষ কথাৰ সম্ভেদ দিয়ে। সেই সুদূৰ কালত কৃষ্ণ-অগ্ৰজ বলভদ্ৰৰ পূজা স্বতন্ত্ৰভাৱে অসমত প্ৰচলিত আছিল। আজি-কালি অৱশ্যে এই দেৱতাৰ এনে ধৰণৰ পূজাৰ প্ৰচলন নাইকিয়া হৈছে। ফলিখন মূঠতে চাৰি শাৰীৰ সমষ্টি,—

মহাৰাজাধিৰাজ-শ্ৰী-
সুৰেন্দ্ৰৱৰ্ম্মণা কৃতম্
ভগৱতঃ বলভদ্ৰ-
স্বামিনায় ইদম্ গুহম্॥

শুদ্ধ সংস্কৃত পাঠ—

মহাৰাজাধিৰাজ-শ্ৰী-
সুৰেন্দ্ৰৱৰ্ম্মণা কৃতম্
ভগৱতঃ বলভদ্ৰ-
স্বামিনঃ (ভগৱতে বলভদ্ৰস্বামিনে) ইয়ম্ গুহা॥

ফলিখন নিচেই চমু ; কিন্তু ইয়াত থকা কথাখিনি বিশেষভাৱে মন কৰিব লগীয়া। পঞ্চম শতিকাৰ মহাৰাজাধিৰাজ সুৰেন্দ্ৰবৰ্ম্মা বা মহেন্দ্ৰবৰ্ম্মাই গুপ্ত ৰজাসকলৰ দিনত প্ৰাগ্‌জ্যোতিষ বা কামৰূপৰ সোঁ-মাজত এইদৰেয়ে আধিপত্য চলাইছিল সেই কথা আন কোনো



উপাদানৰপৰা পোৱা নাযায়। আৰু দুই এটি জানিব লগীয়া কথা এই ফলিয়ে কয়। সবিশেষ জানিব খোজাসকলে 'এপিগ্ৰাফিয়া ইণ্ডিকা'ত প্ৰকাশ পোৱা প্ৰবন্ধটি পঢ়ি চাব পাৰে। এই ফলিৰ পাছতে বয়সত পুৰণি হিছাপে বড়গঙ্গা শিলালিপি উল্লেখযোগ্য। পোন প্ৰথমতে স্বৰ্গীয় নলিনীকান্ত ভট্টশালীয়ে এই ফলিৰ পাঠ পঢ়ে আৰু ফলিৰ বিষয়ে প্ৰবন্ধ প্ৰকাশ কৰি অসমবাসীৰ তথা সদৌ ভাৰত-বাসীৰে প্ৰীতিভাজন হয়। অৱশ্যে তেওঁৰ পাঠোদ্ধাৰত অলপ আসোঁৱাহ ৰৈ যায়। ফলিলিপিৰ পাঠ পঢ়ি উলিৱাওঁতে অ'ত ত'ত খুঁত ৰৈ যোৱাটো স্বাভাৱিক। সেই গতিকে ভট্টশালীদেৱক কোনো দোষে নোছোৱে। তেখেতে পাঠ কৰামতে ফলিখনত এটা বছৰৰ উল্লেখ আছে। কিন্তু প্ৰকৃততে তাত তেনে কোনো ছন-তাৰিখ খোদিত নাই। অৱশ্যে খোদিত আখৰৰ নমুনাৰপৰা বুজা যায় যে এই ফলিৰ বয়স ষষ্ঠ শতিকা। এই ফলিয়ে প্ৰমাণ কৰি দেখুৱায় যে নগাওঁ, মিকিৰ পাহাৰ, শিৱসাগৰ আদি ঠাইবোৰ কামৰূপৰ ভৌম-নাৰক ৰজাসকলৰ অধীনস্থ আছিল। ৰজা ভূতিবৰ্ম্মাই অশ্বমেধ যজ্ঞ সম্পন্ন কৰাৰ কথাও এই লিপিত আমি পাওঁহক। বিদ্যোৎসাহীসকলে বিতং বিবৰণ 'এপিগ্ৰাফিয়া ইণ্ডিকা'ত প্ৰকাশ পোৱা প্ৰবন্ধসমূহত পাব।

কাল-ক্ৰমিকতা ৰাখি ইয়াতে উল্লেখ কৰা যায় ভাস্কৰবৰ্ম্মাৰ ডুবি তামৰ ফলি, নিধনপুৰ ফলি, হৰ্জ্জৰবৰ্ম্মাৰ তেজপুৰৰ শিলালিপি, হাইয়ং-থল ফলি, বনমালবৰ্ম্মদেৱৰ ফলি ইত্যাদি, ইত্যাদি। ভাস্কৰবৰ্ম্মাৰ নিধনপুৰ ফলিৰ বিষয়ে পণ্ডিত পদ্মনাথ বিদ্যাবিনোদে বিতংকৈ আলোচনা কৰিছে। সেই বিষয়ে পুনৰুক্তি কৰাৰ আৱশ্যক নাই। কুমাৰৰ বিষয়ে কেইটিমান নতুন কথা ডুবি ফলিত পোৱা গৈছে ; তাকে উন্মুকিয়াই থওঁ।

আজি কিছুকাল আগতে কামৰূপ জিলাত ডুবি নামে গাওঁ এখনত এখন তামৰ ফলি পোৱা যায়। সৌভাগ্যক্ৰমে ফলিখন অসম ৰাজ্যিক সংগ্ৰহালয় পায়হি। পাঠোদ্ধাৰ কৰি কামৰূপ অনুসন্ধান সমিতিৰ মুখপত্ৰত সবিশেষ বিৱৰণিয়ে সৈতে আমি প্ৰকাশ কৰোঁ। পাছত

কেন্দ্ৰীয় পুৰাতত্ত্ব বিভাগৰ মুখপত্ৰত (*E. I.*, Vol. XXX, No. 47) পুনৰ ইয়াৰ আলোচনা হয়। এই ফলিয়ে কেইটিমান বিশেষ কথা বাইজৰ আগত দাঙি ধৰে। সুস্থিতবৰ্ম্মা যেতিয়া স্বৰ্গী হয়, তেতিয়া তেওঁৰ পুত্ৰদ্বয় সুপ্ৰতিষ্ঠিত আৰু ভাস্কৰবৰ্ম্মা যৌৱনৰ দুৱাৰ-দলিত। গৌড় সেনাই মহাপয়োভৰে আমাৰ দেশ আক্ৰমণ কৰিবলৈ আগ বাঢ়ি আহে। তেতিয়া দুই ককাই-ভায়ে নিজৰ মাথোন অলপ সেনাৰে সৈতে কৃষ্ণ-বলোৰাম-সদৃশ হৈ শত্ৰু সেনাৰ মাজত আতঙ্কৰ সৃষ্টি কৰে। এই গৌড়-কামৰূপৰ সংঘৰ্ষৰ কথা আন কোনো ঠাইত পোৱা নাযায়। এই ফলিয়ে আৰু জনায় যে কুমাৰৰ ককায়েকে প্ৰথমে ৰাজ্যভাৰ গ্ৰহণ কৰে। তেওঁ বলী, সাহসী আৰু লোকপ্ৰিয় আছিল, কিন্তু দুৰ্ভাগ্যবশতঃ তেওঁৰ অকাল-মৃত্যু ঘটাত ভায়েক ভাস্কৰ-বৰ্ম্মা ৰজা হয়। সুপ্ৰতিষ্ঠিত অক্ষম, অকৰ্ম্মণ্য বুলি যি কুখ্যাতি আগতে আছিল আৰু প্ৰজাসকলে তেওঁক আঁতৰাই ভায়েকক ৰজা পাতে বুলি যি অমূলক তথ্য শিপাই উঠিছিল, এই ফলিয়ে সেই সকলোবোৰ আনুমানিক আলোচনাৰ অন্ত পেলায়।

বনমালৰ তামৰ ফলিৰ বিষয়েও কেইটিমান কথা কৈ থওঁ, কাৰণ সেই কেইটি কথা এতিয়ালৈকে ভালকৈ জনাজাত হৈ উঠা নাই যেন পাইছো।

তেজপুৰ চহৰৰ ওচৰতে পৰ্ব্বতীয়া গাঁও। সেই গাঁৱত এখন তামৰ ফলি পোৱা হয়। সময়ত সেই ফলি অসম সংগ্ৰহালয়ৰ কৰ্ত্তৃপক্ষৰ হাতত পৰেহি। এই ফলিৰ পাঠ উদ্ধাৰ হোৱাত জল্‌জল্ পট্‌পটকৈ ওলাই পৰে যে নৱম শতিকাৰ ৰজা হৰ্জ্জৰবৰ্ম্মাৰ পিতাকৰ নাম প্ৰালম্ভ বুলি যি ধাৰণা প্ৰচলিত আছিল, সি ভুল। এই ফলিয়ে ফট্‌ফটীয়াকৈ দেখুৱাই দিয়ে যে প্ৰালম্ভ শুদ্ধ পাঠ নহয়; শুদ্ধ পাঠ হৈছে 'সালম্ভ'। মুঠতে এই ফলিয়ে জনায় যে হৰ্জ্জৰবৰ্ম্মাৰ পিতাকৰ নাম সালম্ভ ('প্ৰালম্ভ'ৰ শুদ্ধ পাঠ) নাছিল। সালম্ভৰ এজন ভায়েক আছিল; তেওঁৰ নাম হ'ল অৱথি আৰু এই অৱথিয়েই হ'ল হৰ্জ্জৰ-বৰ্ম্মাৰ দেউতাক (*E. I.*, Vol. XXIX, No. 20.)



এইদৰে অসমৰ পাল-বংশীয় ৰজাসকলৰো কেইখনমান নতুন ফলি পোৱা হৈছে; যেনে ধৰ্ম্মপালৰ খনামুখ তামৰ ফলি, ৰত্নপালৰ ফলি, ইত্যাদি। এই ফলিবোৰৰ পাঠ প্ৰকাশ পাইছে। আমাৰ দেশৰ বিভিন্ন ঠাইত পোৱা এই শিলালিপি আৰু তামৰ ফলি বহুমূলীয়া। মহাকবি কালিদাসৰ ৰঘুবংশ, চীন-দেশীয় লেখকৰ বিৱৰণ, বাণভট্টৰ হৰ্ষ-চৰিত, কল্‌হনৰ ৰাজতৰঙ্গিণী আদিয়ে অসম বুৰঞ্জীৰ (প্ৰাক্-আহোম যুগ) বহুখিনি সঁজুলি যোগাই সঁচা, কিন্তু আমাৰ দেশত আৱিষ্কৃত হোৱা লিপিসমূহৰ মূল্য অপৰিমিত। অসম-বুৰঞ্জী-সংগঠনত, বিশেষকৈ প্ৰাক্-আহোম যুগৰ ইতিহাস-ৰচনাত এই ফলি-লিপিৰ দান অনুপম।

আগতে উল্লেখ কৰি আহিছো যে আমাৰ ঐতিহাসিক যুগ সংক্ষেপে দুভাগত বিভক্ত, প্ৰাক্-আহোম আৰু আহোম যুগ। এই

**অসমৰ ভাস্কৰ্য্য আৰু স্থাপত্য-বিদ্যা**

দুটা যুগকেই উপলক্ষ্য কৰি অসমৰ ভাস্কৰ্য্যকলা আৰু স্থাপত্যবিদ্যাৰ বিষয়ে যি হয় আলোচনা কৰা হ'ব। চাৰি শতিকাৰপৰা দ্বাদশ শতিকালৈকে প্ৰাক্-আহোম আৰু তাৰ পাছৰ কালছোৱা (ব্ৰিটিছ অহাৰ আগলৈকে) আহোম যুগ। এই দুয়োটা যুগলৈকে আঙুলিয়াই বিজ্ঞসকলে ভাস্কৰ্য্য আৰু স্থাপত্যবিদ্যামূলক আৱিষ্কৃত উপকৰণৰ স্বাভাৱিক বিশেষত্ব বা লক্ষণবোৰৰ ব্যাখা দিছে; আৰু বৰ্ত্তমান আলোচনাতো সেই একে পথকে লোৱা হ'ল।

গোপীনাথ ৰাও ভাৰতবিখ্যাত ভাস্কৰ্য্যবিদ্। তেওঁ হিন্দু ভাস্কৰ্য্যক সংক্ষিপ্তভাৱে চাৰিটা বিভাগত বিভক্ত কৰিছে। চতুৰ্থ বিভাগৰ অন্তৰ্গত হৈছে উৰিষ্যা, বঙ্গ আৰু অসমৰ ভাস্কৰ্য্য। চকলা মুখ, হেলনীয়া চকু, পাতল ওঁঠ, বহল কপাল, সৰু থুঁতৰি ইত্যাদিয়েই এই বিভাগৰ বিশেষত্ব বুলি ৰাওদেৱে তেখেতৰ 'এলিমেন্টছ্ অফ্ হিন্দু আইকনগ্ৰাফি' নামে অন্যতম গ্ৰন্থত কয়। স্বৰ্গীয় ৰাখালদাস বানাৰ্জ্জীয়ে মধ্যযুগৰ উত্তৰ-পূব প্ৰাদেশিক ভাস্কৰ্য্যৰ বিষয়ে বিস্তৰ-ভাৱে আলোচনা কৰি এই সিদ্ধান্তত উপনীত হয় যে অষ্টমৰপৰা দ্বাদশ শতিকালৈকে অৰ্থাৎ মধ্যযুগৰ শেষ ছোৱাৰ পিনে এই

অঞ্চলত এটা নতুন শাখাৰ উদ্ভৱ হয়। তেখেতে এই প্ৰসঙ্গত কেৱল বঙ্গ আৰু বিহাৰ-উড়িষ্যাৰ (তেতিয়া বিহাৰ-উৰিষ্যা এখন প্ৰদেশ আছিল) ভাস্কৰ্য্যৰ বিষয়েহে সবিশেষ লিখিছে, অসমৰ ভাস্কৰ্য্যৰ উল্লেখ তেওঁ কৰা নাই। অসমৰ বিভিন্ন ঠাইত পৰ্ব্বতে-কন্দৰে যিবোৰ মূৰ্ত্তি-ভাস্কৰ্য্য সেই সময়ত আৱিষ্কাৰ হৈছিল, তাৰে অন্ততঃ দুই-এটি এই আলোচনাত ঠাই পাবৰ যোগ্য আছিল বুলি আমি ভাবো। সি যি কি নহওক, অসমৰ অষ্টমৰপৰা দ্বাদশ শতিকাৰ ভাস্কৰ্য্যৰ বিশেষত্ব বা লক্ষণৰ লগত সমসাময়িক বিহাৰ-উৰিষ্যা আৰু বঙ্গীয় ভাস্কৰ্য্যৰ বিশেষ মিল থকা দেখা যায়। এতেকে অসমৰ ভাস্কৰ্য্যক সমকালীন বঙ্গ-বিহাৰৰ ভাস্কৰ্য্যেৰে সৈতে একেটা শাখাৰ অন্তৰ্ভুক্ত কৰাটো অৱশ্যেই যুক্তিসঙ্গত হৈছে।

ভাস্কৰ্য্য-বিজ্ঞান আৰু স্থাপত্যবিদ্যা বিষয়ক ইতিহাস দেখিবলৈ অসমত আৱশ্যকীয় উপকৰণৰ যথেষ্ট অভাৱ বুলি নানাজনে নানাভাৱে মত প্ৰকাশ কৰি আহিছে। হওঁতে কথাটো একেবাৰে মিছা নহয়। কিন্তু সেই বুলিয়েই এই বিষয়ে আনুষঙ্গিক আলোচনা এটিও যে বৰ্ত্তমানে হব নোৱাৰে এনে মনে নধৰে। গোৱালপাৰা, গাৰোপাহাৰ, গুৱাহাটী, তেজপুৰ, নগাঁও, শিৱসাগৰ, লখীমপুৰ আদি ঠাইত যিবোৰ ঐতিহাসিক স্মৃতি-চিহ্ন বৰ্ত্তমানে পোৱা গৈছে, সেইখিনিৰে আলম লৈ নিবন্ধ এটি লেখিলে, সেয়ে চমুকৈ হ'লেও, অসমৰ ভাস্কৰ্য্য আৰু স্থাপত্যবিদ্যাৰ নিশ্চয় এটি বুৰঞ্জীমূলক বিৱৰণত পৰিণত হ'ব। লগতে অসমৰ বিভিন্ন ঠাইৰপৰা সংগ্ৰহ কৰি আনি আমাৰ ৰাজ্যিক সংগ্ৰহালয়ত সংৰক্ষিত কৰা সামগ্ৰীখিনিও যদি তাতে যোগ কৰা হয়, তেনেহলে এই বিৱৰণ আৰু ভালেখিনি সাৰুৱা হৈ উঠিব বুলি আমাৰ বিশ্বাস।

অসমৰ বিভিন্ন ঠাইত যেনে গোৱালপাৰা, কামৰূপ, দৰং, নগাঁও আদি জিলাত প্ৰাক্-আহোম যুগৰ উত্তম শ্ৰেণীৰ ভাস্কৰ্য্য আৱিষ্কৃত হৈছে। জয়জয়তে আমি শ্ৰীসূৰ্য্যপাহাৰৰ মূৰ্ত্তি, ভাস্কৰ্য্য আৰু খোদিত লিপিৰ বিষয়ে এটি চমু টোকা আপোনাসৱৰ আগত আগ বঢ়াওঁ।

প্ৰাক্-আহোম আৰু আহোম যুগৰ মূৰ্ত্তি-ভাস্কৰ্য্য



গোৱালপাৰা ছহৰৰপৰা প্ৰায় আঠ মাইলমান দক্ষিণ-পূবে শ্ৰীসূৰ্য্যপাহাৰ। এই পাহাৰত আৰু ইয়াৰ ওচৰে-পাজৰে অসংখ্য মূৰ্ত্তি-ভাস্কৰ্য্য, শিৱলিঙ্গ দেখা যায়। কথিত আছে ইয়াত হেনো এটা কম একলাখ শিৱলিঙ্গ আছে। এই পাহাৰৰ নামনিত প্ৰকাণ্ড শিলত কটা এশাৰী মূৰ্ত্তি দেখা যায়। শাৰী হৈ থকা পাঁচোটা মূৰ্ত্তি প্ৰায় একে ধৰণৰ—আগতে কোনো কোনোৱে বিষ্ণুমূৰ্ত্তি বুলি, আকৌ আন কোনোৱে বোধিসত্ত্ব বুলি এই মূৰ্ত্তিসমূহক নিৰূপণ কৰে। এই নিৰূপণ ভ্ৰান্তিমূলক। এই পাঁচোটা শ্ৰীশ্ৰীদুৰ্গাদেৱীৰ মূৰ্ত্তি। ভালকৈ বিশ্লেষণ কৰি চালে ওলাই পৰে যে এই শাৰী নাৰী-মূৰ্ত্তি, পুৰুষ নহয়। এই মূৰ্ত্তিসমূহ যে দুৰ্গাৰ মূৰ্ত্তি তাত কোন সন্দেহ নাই। আৰু এঠাইত তিনিখন মূৰ্ত্তিৰ থূপ এটা আছে। এই তিনিটা মূৰ্ত্তি বৌদ্ধ ত্ৰিৰত্ন বুলি কোৱা হৈছিল ; আকৌ স্থানীয় লোকসকলে ৰাম, সীতা, লক্ষ্মণ বুলিও অভিহিত কৰাৰ কথা আমাক জনায়। এই চিনাক্তকৰণো অশুদ্ধ। প্ৰথম আৰু তৃতীয় মূৰ্ত্তিটি হ'ল শিৱৰ আৰু মাজৰ মূৰ্ত্তিটি দুৰ্গাদেৱীৰ। শ্ৰীসূৰ্য্যপাহাৰৰ এই অতীত ঐশ্বৰ্য্য লৈ লিখা প্ৰবন্ধ কামৰূপ অনুসন্ধান সমিতিৰ আলোচনীত প্ৰকাশ পাইছে। এই ভগ্নাৱশেষৰ কেইটামান শিলৰ গাত আখৰ কটা আছে। আখৰৰ চিন প্ৰায় নাইকিয়া হৈ গৈছে। অশেষ যত্নেৰে আৰু কেন্দ্ৰীয় পুৰাতত্ত্ব বিভাগৰ লিপিবিদ ডক্টৰ দীনেশচন্দ্ৰ সৰকাৰৰ লগত পৰামৰ্শ কৰি মাথোন ইয়াকে বৰ্ত্তমানে ক'ব পৰা হৈছো যে এই লিপিৰ বয়স অষ্টম-নৱম শতিকা হ'ব। লিপিত কিছুমান ভক্ত বা যাত্ৰীৰ নাম উল্লিখিত হৈছে, বিশেষ আন কোনো কথা নাই। শ্ৰীসূৰ্য্যপাহাৰৰ এই প্ৰাচীন কীৰ্ত্তিসমূহ পৰ্য্যবেক্ষণ কৰা কাৰ্য্যত গোৱালপাৰাৰে শ্ৰদ্ধেয় শ্ৰীউপেন্দ্ৰনাথ পাটগিৰিদেৱে বিশেষ সহায় কৰিছিল।

এইদৰে গোৱালপাৰা ছহৰৰ প্ৰায় পাঁচ মাইলমান উত্তৰ-পশ্চিমে পঞ্চৰত্ন নামে ঠাইতো কিছুমান বিগ্ৰহ ওলাইছে। ইয়াত আৱিষ্কৃত হোৱা বৃহৎ আকাৰৰ শিৱলিঙ্গৰপৰা বুজা যায় যে অতীজতে ইয়াত শিৱ-মন্দিৰ আছিল। শ্ৰীসূৰ্য্যপাহাৰৰ আৰু পঞ্চৰত্নৰ প্ৰাচীন

ধ্বংসাৱলী সমসাময়িক হ'ব বুলি অনুমান কৰা যায়। 'মহাদেৱ পাহাৰত শিৱমন্দিৰ' নামে শ্ৰীপ্ৰসন্ননাৰায়ণ বৰুৱাই লিখা প্ৰবন্ধ আপোনালোকে বোধ হয় পঢ়িছে। অতীত ঐশ্বৰ্য্য-বিভূতিৰে গোৱালপাৰা জিলা যে বিভূষিত সেই হকে বৰুৱাদেৱৰ প্ৰাণপূৰ্ণ প্ৰবন্ধই আমাক সোঁৱৰাই দিয়ে। এইদৰে চিকনাঝাৰৰো চমু বিৱৰণ কিছুকাল আগতে প্ৰকাশ পাইছে।

এইবাৰ আহোঁ কামৰূপ জিলালৈ। কামাখ্যা পাহাৰৰ কিছুমান ভাস্কৰ্য্যৰ সময় সপ্তম-অষ্টম শতিকা বুলি ৰাখালদাস বানাৰ্জ্জীয়ে কেন্দ্ৰীয় পুৰাতত্ত্ব বিভাগৰ প্ৰতিৱেদনত লেখি থৈ গৈছে। তেতিয়াৰ এই বিভাগৰ ডিৰেক্টৰ-জেনেৰেল বানাৰ্জ্জী আৰু আমাৰ বুৰঞ্জীবিদ্ স্বৰ্গীয় কনকলাল বৰুৱাদেৱকে আদি কৰি সুবিজ্ঞ পণ্ডিতসকলে এই ভাস্কৰ্য্য-শ্ৰেণী অতি ওখ খাপৰ বুলি শলাগ লয়। মাকে কেঁচুৱাক পিয়াহ খুউৱা দৃশ্য, কৃষ্ণই বাঁহী বজাই থকা অৰ্থাৎ বেণুগোপালৰ মূৰ্ত্তিখনিয়ে অসমীয়া খনিকৰৰ কৌশল আৰু নিপুণতা সুন্দৰভাৱে প্ৰকাশ কৰে। এই পাহাৰৰে আন কিছুমান ভাস্কৰ্য্য, যেনে ভৈৰৱ মূৰ্ত্তি (পাহাৰৰ ওপৰ ভাগত অৱস্থিত), পদুম ফুল, সিংহ ইত্যাদিৰে নক্সা কটা শিলৰ দুৱাৰমুখ, গণেশ মূৰ্ত্তি (পশ্চিম ফালৰ মন্দিৰলৈ উঠা প্ৰায় মাজ ভাগত) ইত্যাদি কেন্দ্ৰীয় পুৰাতত্ত্ব বিভাগৰ দ্বাৰা বৰ্ত্তমানে সংৰক্ষিত। এই স্মৃতি-চিহ্নবোৰৰ বিশেষত্ব প্ৰশংসনীয় বুলিয়েই নিশ্চয় তেওঁলোকে ইয়াৰ সংৰক্ষণৰ ভাৰ বহন কৰিছে। এই কাৰ্য্যৰ আমি শলাগ লওঁ। চমুকৈ কামাখ্যা পাহাৰৰ ভাস্কৰ্য্যৰ বিষয়ে ইয়াকে ক'ব পাৰি যে আহোম আৰু প্ৰাক্-আহোম এই দুয়ো যুগৰে ভাস্কৰ্য্য এই ভাৰত-বিখ্যাত মহাতীৰ্থত আজিও বিদ্যমান। এই পাহাৰৰ বিভিন্ন মূৰ্ত্তি-ভাস্কৰ্য্যৰ সময় প্ৰায় অষ্টম শতিকাৰপৰা সপ্তদশ শতিকালৈকে বুলি নিৰূপণ কৰা হয়।

গুৱাহাটী চহৰত থকা শুক্ৰেশ্বৰ দেৱালয়ৰ পাহাৰৰ গাতে কটা স্থূলকায় বিষ্ণু-জনাৰ্দ্দনৰ মূৰ্ত্তিসমূহে সকলোৰে দৃষ্টি আকৰ্ষণ কৰে। এই ভাস্কৰ্য্য আহোম যুগৰ আগৰ; সময় প্ৰায় ৮ম-৯ম শতিকা; বৰ্ত্তমানে কেন্দ্ৰীয় পুৰাতত্ত্ব বিভাগৰ দ্বাৰা সংৰক্ষিত। এইদৰে গুৱাহাটীৰ ওচৰে-পাজৰে অশ্বক্ৰান্ত, উমানন্দ আদি দেৱালয়তো প্ৰাক্-আহোম যুগৰ নানা তৰহৰ কাৰুকাৰ্য্য দেখিবলৈ পোৱা যায়। অশ্বক্ৰান্ত দেৱালয়ৰ অনন্তশায়ী বিষ্ণুৰ মূৰ্ত্তি অসমীয়া ভাস্কৰ্য্য-কলাৰ একাদশ শতিকাৰ এটি মনোৰম নিদৰ্শন।



দৰং জিলাই মূৰ্ত্তি-ভাস্কৰ্য্য বিষয়ত অসমত অন্যতম স্থান অধিকাৰ কৰিছে বুলি ক'ব পাৰি। দ পৰ্ব্বতীয়া গাঁও তেজপুৰ চহৰৰপৰা তিনি মাইলমান নিলগত। ইয়াত আহোম যুগৰ ইটাৰে সজোৱা এটা শিৱ-মন্দিৰ আছিল। এই মন্দিৰটো আগৰ শিলৰ মন্দিৰৰ ভগ্নাৱশেষৰ ওপৰতে সজোৱা হৈছিল। ১৮৯৭ চনৰ প্ৰবল ভূমিকম্পত আহোম যুগৰ ইটাৰ মন্দিৰটো ভাগি পৰাত প্ৰাচীন মন্দিৰৰ শিলৰ দুৱাৰৰ চৌকাঠ এখন ওলাই পৰে। এই শিলৰ মন্দিৰৰ স্মৃতি-চিহ্ন গুপ্ত যুগৰ শেষ ভাগৰ অৰ্থাৎ ষষ্ঠ শতিকাৰ বুলি পৰিগণিত। এই শিলৰ চৌকাঠৰ কাৰুকাৰ্য্য অতি উচ্চ ধৰণৰ—ইয়াৰ গাত কটা পাত-লতা মূৰ্ত্তি আদিৰ সৌন্দৰ্য্যই গুপ্ত ভাস্কৰ্য্যৰ শাৰীত ঠাই পাইছে। চৌকাঠৰ তলত গঙ্গা-যমুনাৰ যি বাছকবনীয়া অপৰূপ মূৰ্ত্তি দেখা যায় সেই মূৰ্ত্তি অসমত অতুলন। এই শিলৰ চৌকাঠৰ কাৰুকাৰ্য্যই অকল দৰং জিলাৰেই নহয় গোটেই অসমৰে নাম ভাস্কৰ্য্য-কলা বিষয়ত উজ্জ্বল কৰিছে। এই ভাস্কৰ্য্য ভাৰত-বিখ্যাত বুলি ক'লে অকণো বঢ়াই কোৱা নহয়। ভাস্কৰ্য্য-কলা বিষয়ত দ পৰ্ব্বতীয়াৰ এই বিতোপন বৈভৱে অসমত সৰ্ব্বোচ্চ স্থান পাইছে আৰু বয়সত প্ৰাচীনতম বুলি সকলোৰে বৰণীয় হৈছে। কামৰূপৰ সপ্তম শতিকাৰ ৰজা কুমাৰ ভাস্কৰবৰ্ম্মাৰ পূৰ্ব্বপুৰুষসকলৰ কোনো এজনে এই শিলৰ মন্দিৰ নিৰ্ম্মাণ কৰাইছিল বুলি কনকলাল বৰুৱাদেৱে তেখেতৰ কামৰূপ বুৰঞ্জীত (*Early History of Kamarupa*) লেখি থৈ যায়।

নগাঁও জিলাৰ ডবকা অঞ্চলত গোসাঁইজুৰি, আকাশীগঙ্গা, গছতল আদি ঠাইত পোৱা মূৰ্ত্তি-ভাস্কৰ্য্যয়ো অসমীয়া খনিকৰসকলৰ নিপুণতা

প্ৰকাশ কৰে। এই ভাস্কৰ্য্যৰ সময় প্ৰায় নৱম শতিকা। এই অতীত ঐশ্বৰ্য্যসমূহৰ দুই-চাৰিখন মূৰ্ত্তি আমাৰ ৰাজ্যিক সংগ্ৰহালয়ত ৰখা হৈছে। ইয়াৰে উমালিঙ্গন মূৰ্ত্তি নৱম-দশম শতিকাৰ উত্তম নিদৰ্শন।

শিৱসাগৰ জিলাৰ গোলাঘাট মহকুমাৰ দেওপানীত পোৱা বিষ্ণু-মূৰ্ত্তিখন বিশেষভাৱে উল্লেখযোগ্য। এই মূৰ্ত্তিৰ সোঁফালে অশুদ্ধ সংস্কৃত ভাষাত চাৰিশাৰী কথা কটা আছে। বিখ্যাত প্ৰত্নতাত্ত্বিক স্বৰ্গীয় কাশীনাথ দীক্ষিতে এই মূৰ্ত্তিখনি গুৱাহাটীলৈ অনায় আৰু কামৰূপ অনুসন্ধান সমিতিৰ তত্ত্বাৱধানত ৰাখে। আখৰৰ গঢ়-গতি চাই তেখেতে এই লিপিক নৱম শতিকাত ঠাই দিছে। অসমীয়া ভাস্কৰ্য্যৰ ই এটি মনোৰম নিদৰ্শন; বৰ্ত্তমানে অসম ৰাজ্যিক সংগ্ৰহালয়ত সংৰক্ষিত। এই মহকুমাৰে নুমলীগড়ত পোৱা কেইটিমান মূৰ্ত্তিয়েও আমাৰ সংগ্ৰহালয়ত ঠাই পাইছে; সিবোৰৰ সময় প্ৰায় নৱম-দশম শতিকা। এই ঠাইতে উনুকিয়াই থওঁ যে অলপতে আৰু এটা গাত লিপি কটা মূৰ্ত্তি দেওপানীৰপৰা অনাই সংগ্ৰহালয়ত ৰখা হৈছে। এই লিপিৰ গঢ় আগৰ মূৰ্ত্তিৰ লিপিৰ নিচিনাই, সময় নৱম শতিকাই হ'ব। এইখন হৰি-হৰৰ মূৰ্ত্তি।

শিৱসাগৰ জিলাৰ বৰচাহাবৰ বঙলাতে কিছুমান শিলৰ মূৰ্ত্তি সিঁচৰতি হৈ পৰি আছিল। এইবোৰ গুৱাহাটীলৈ অনোৱা হৈছে; সময় একাদশ শতিকা। সেই সময়ৰ মূৰ্ত্তি-ভাস্কৰ্য্য শিৱসাগৰ ছহৰত আৱিষ্কাৰ হোৱাৰ ফলত অনুমান কৰিব পাৰি যে একাদশ শতিকাত কামৰূপৰ ৰজাই এই অঞ্চলত মঠ-মন্দিৰ সজাইছিল আৰু লগতে ইয়াৰো প্ৰমাণ পোৱা যায় যে একাদশ শতিকাত আমাৰ প্ৰদেশৰ এই পূব অঞ্চল কামৰূপ ৰজাসকলৰ শাসনাধীন আছিল।

ধাতুৰে গঢ়া অতীত সম্পদ নাই নাই বুলিও কেইপদমান অসম সংগ্ৰহালয়ত ৰখা হৈছে। যেনে, চতুৰ্ভুজ বিষ্ণু-মূৰ্ত্তি, মহিষমৰ্দ্দিনী দুৰ্গা, মনসা দেৱী ইত্যাদি। এই মূৰ্ত্তিৰ সমুদায় কাৰুকাৰ্য্য চকুত লগা। ইয়াক সুধী দৰ্শকবৃন্দই চাই-চিতি বখানি গৈছে।



**টেৰাকটা ভাস্কৰ্য্য**

'টেৰাকটা' শব্দৰ অৰ্থ অতি সংক্ষেপে 'পোৰামাটি' বুলিয়েই ক'ব পাৰি। আন আন ঠাইৰ দৰে অসমতো আগৰেপৰা টেৰাকটা মূৰ্ত্তি গঢ়াৰ প্ৰথা চলিত আছিল। দ-পৰ্ব্বতীয়া শিলৰ চৌকাঠৰ লগতে কিছুমান টেৰাকটাও পোৱা হয়। এই টেৰাকটা নৰ-মূৰ্ত্তিৰ কাৰুকাৰ্য্য অতি মনোৰম, নৰৰূপৰ স্বাভাৱিকতা তাত সুন্দৰভাৱে ফুটি ওলাইছে; পাহাড়পুৰত (ৰাজশাহী জিলা) আৱিষ্কৃত হোৱা টেৰাকটাৰ লগত মিল আছে। এই টেৰাকটা ভাস্কৰ্য্যৰ সময় ষষ্ঠ শতিকা বুলি নিৰূপণ কৰা হৈছে।

**বৌদ্ধ ভাস্কৰ্য্য**

বৌদ্ধ ভাস্কৰ্য্যৰ নিদৰ্শন আমাৰ ইয়াত কম পৰিমাণেহে পোৱা গৈছে। স্বৰ্গীয় কনকলাল বৰুৱাদেৱে উনুকিয়াই থোৱা বৌদ্ধ ভাস্কৰ্য্যৰ বাহিৰে আমাৰ ক'বলৈ বিশেষ নাই। আজি কেইবছৰমান আগতে গোৱালপাৰা ছহৰৰ ওচৰতে পোৱা এখন টেৰাকটা মূৰ্ত্তি আমাৰ হাতত পৰে। সেইখন অসম ৰাজ্যিক সংগ্ৰহালয়ত ৰখা হৈছে। আগতে কৈ আহিছো যে, বৌদ্ধ ধৰ্ম্ম, ভাস্কৰ্য্য আদিৰ বিশেষভাৱে চৰ্চ্চা কৰিবলৈ এখন 'ছোচাইটি' গুৱাহাটীত গঠিত হৈছে। ভৱিষ্যতে সেই সংঘৰ উদ্যমত এই বিষয়ে নানা কথা উদঘাটন হ'ব বুলি আশা কৰা যায়।

**স্থাপত্য-বিদ্যা, মঠ-মন্দিৰৰ উৎপত্তি**

গৃহ-নিৰ্ম্মাণ-শিল্পৰ আন এটা নাম হল বাস্তু-বিদ্যা। স্থাপত্যবিদ্যাৰ অৰ্থ শাস্ত্ৰত অতি বাহুল্যৰূপে গ্ৰহণ কৰা হয়। অৰ্থ বা যুক্তি অনুসৰি যি কোন বস্তুকেই সজালে সিয়ে এই বিদ্যাৰ অন্তৰ্গত হয় বুলি পি. কে. আচাৰ্য্যদেৱে তেখেতৰ এটি বহুমূলীয়া প্ৰবন্ধত কৈছে। আমাৰ ভাষণত এই বিদ্যাৰ অৰ্থ অতি নিবদ্ধভাৱেহে লোৱা হৈছে, পুৰণি প্ৰাসাদ, মঠ-মন্দিৰ আদিহে এই বিদ্যাৰ মূল সম্পদ-স্বৰূপে ধৰি লৈছো।

**মঠ-মন্দিৰৰ উৎপত্তি**

অতীজতে হিন্দুৰ মঠ-মন্দিৰ অতি অস্থায়ীভাৱেহে সজোৱা হৈছিল। শতপথব্ৰাহ্মণত ইয়াৰ আভাস পোৱা যায়। ভুপাল ৰাজ্যৰ বেশ্‌নগৰত থকা শিলৰ

বিষ্ণু-মন্দিৰৰ ভগ্নাৱশেষেই অতি পুৰণি বুলি ধৰা হয়; তাৰ সময় খ্ৰীষ্টপূৰ্ব্ব দ্বিতীয় শতিকা। এই মন্দিৰটো কি ধৰণৰ আছিল বুজা নাযায়। আপোনালোকে জানে, অতীজতে প্ৰকৃতিদেৱীৰ বিভিন্ন ৰূপেই—ৰৌদ্ৰ, সাম্য ইত্যাদি ভাব-ভঙ্গিমাই আছিল উপাসনাৰ হেতু। লাহে লাহে পূজাৰ পদ বা পাত্ৰ কেৱল কল্পনাৰে বিষয়-বস্তু নহৈ বাস্তৱ মূৰ্ত্তিৰ আকাৰ লবলৈ আৰম্ভ কৰে। খ্ৰীষ্টীয় শতাব্দী-বোৰৰ আৰম্ভৰ লগে লগে বাস্তৱ-মূৰ্ত্তি গঢ় লৈ উঠিল। লগে লগে গঢ়ি তোলা দেৱ-দেৱীৰ মূৰ্ত্তিৰ বাসস্থানৰ আৱশ্যক হৈ পৰিল। প্ৰথমতে গছ-পাতৰ মণ্ডপ বা লতাকুঞ্জ, তাৰ পাছত নল-খাগৰিৰ পঁজা, লাহে লাহে হ'ল কাঠ-ইটাৰ কুটিৰ—এইদৰে গৈ গৈ গুপ্ত ৰজা-সকলৰ দিনত পূজাৰ বিষয়-বস্তু মূৰ্ত্তি-বিগ্ৰহ স্থাপনৰ অৰ্থে তৈয়াৰ হৈ উঠিল শিলৰ আৱাস। ইয়াৰে নাম হ'ল গৰ্ভগৃহ; সি আকাৰত চাৰিচুকীয়া; তাৰ এখন মাথোন দুৱাৰমুখ; তাত পোহৰৰ জিলিঙনি সোমাব নোৱাৰে, গতিকে সি ঘনীভূত অন্ধকাৰৰ দ্বাৰা আচ্ছন্ন। সেইহে সি হ'ল সাধু-সন্ন্যাসীৰ ধ্যানমগ্ন হোৱাৰ উত্তম পৰিস্থিতি। এনে ধৰণৰ গহীন গৰ্ভগৃহত দেৱ-দেৱীৰ মূৰ্ত্তি ৰখাৰ প্ৰথা প্ৰচলিত হৈ উঠিল। এয়ে হ'ল হিন্দু মন্দিৰৰ উৎপত্তিৰ চমু ইতিহাস।

সপ্তম শতিকাৰ প্ৰায় শেষ ভাগত মন্দিৰ-নিৰ্ম্মাণ শিল্প (মধ্যকালীন বিষয়ক) প্ৰায় নিয়মানুৱৰ্ত্তিত হৈ উঠিল। মন্দিৰৰ বিশেষ বিশেষ অংশবোৰে বিভিন্ন নাম পালে। এই প্ৰসঙ্গত ইয়াকে কৈ থব পাৰি যে সমূহীয়াকৈ এই পৱিত্ৰ স্থানক (ভাৰতৰ প্ৰায় সকলো ঠাইতে) 'বিমান' বোলা হয়। পিৰামিড আকাৰৰ হৈ ওপৰলৈ উঠি যোৱা-ভাগৰ নাম 'শিখৰ', তলভাগক বোলা হয় 'গৰ্ভগৃহ', সমুখত থকা দীঘলীয়া ঘৰটোক (য'ত যাত্ৰীসকলে পূজা-অৰ্চ্চনা কৰিবলৈ গোট খায়, সেই অংশক) বোলা হয় 'মণ্ডপ'। এই মণ্ডপ আৰু গৰ্ভগৃহক লগ লগোৱা অংশৰ নাম হ'ল 'অন্তৰাল'। শিখৰৰ ওপৰত আমলক, আমলকৰ ওপৰত কলস, আৰু এই কলসৰ ওপৰতে থাকে মন্দিৰৰ



বিশেষ চিহ্ন, যেনে—ত্ৰিশূল থাকে শিৱমন্দিৰত আৰু চক্ৰ বিষ্ণু-মন্দিৰত। মোটামুটি হিছাপে উপৰোক্ত বিশেষ অংশ কেইটিৰে গঠিত হয় হিন্দুসকলৰ পুণ্যস্থান দেৱদেৱীসকলৰ দ'ল বা মঠ-মন্দিৰ। অসমৰ স্থাপত্য-শিল্পত এই লক্ষণবোৰ পৰিলক্ষিত হয়।

উত্তৰ-ভাৰতীয় মন্দিৰৰ গঠন আৰু স্বৰূপৰ সম্পৰ্কত উৰিষ্যাৰ মন্দিৰসমূহেই আদৰ্শনীয়। এইবোৰেৰে সৈতে আমাৰ মন্দিৰৰ সামঞ্জস্য আছে।

পুৰণি যুগৰ অৰ্থাৎ প্ৰাক্-আহোম যুগৰ কোনো সম্পূৰ্ণ মন্দিৰ বা প্ৰাসাদ অসমত পোৱা নাযায়। নৈৰ প্ৰৱল সোঁত আৰু বিজাতীয় আক্ৰমণেই এই অভাৱৰ মূল কাৰণ বুলি বিজ্ঞসকলে ক'ব খোজে। আগতে উল্লেখ কৰি অহা ভগ্নাৱশেষবোৰৰপৰা ইয়াকে ক'ব পাৰি যে সেই যুগত অসমীয়া শিল্পীসকলে ওখ বৃহৎ আকাৰৰ শিলৰ মন্দিৰ আৰু ৰাজঅট্টালিকা নিৰ্ম্মাণ কৰিছিল। প্ৰমাণ-স্বৰূপে ডাঙৰ ডাঙৰ শিলৰ স্তম্ভ, দুৱাৰমুখ, মূৰ্দ্ধাৱৰণ আজিও বিদ্যমান। বনমাল, বলবৰ্ম্মা, ৰত্নপাল আদি ৰজাসকলৰ তামৰ ফলিয়েও ইয়াৰ প্ৰমাণ দিয়ে।

আহোম ৰজাসকলৰ দিনৰ মঠ-মন্দিৰ, আলি-দ'ল, ৰাজকাৰেং আদি অসমৰ প্ৰায় সকলো ঠাইতে দেখা যায়। অৱশ্যে আহোম যুগৰ শিল্প-কলাৰ উৎকৃষ্ট নিদৰ্শন শিৱসাগৰ জিলাতহে আমি পাওঁহক। আহোম ৰজাসকলৰ ৰাজধানী আদিৰেপৰা এই জিলাতেই আছিল। গোটেই-খন জিলাতে আহোম ৰজাসকলৰ কীৰ্ত্তি-চিহ্ন বিয়পি আছে। ৰংঘৰ, কাৰেং, শিৱ-দ'ল, দেবীদ'ল আদিয়ে সেই ৰজাসকলৰ কীৰ্ত্তি। কামাখ্যা মন্দিৰ, হাজোৰ হয়গ্ৰীৱ-মাধৱৰ মন্দিৰ আজিও বৰ্ত্তমান। এইবোৰৰ ইতিবৃত্ত আপোনালোকৰ অৱশ্যেই সুবিদিত। আজি আকৌ ইয়াত পুনৰুল্লেখ নকৰোঁ।

ষোড়শ শতিকাৰ কোচ ৰজা নৰনাৰায়ণৰ আগলৈকে অসমৰ কোনো ৰজাৰ মুদ্ৰা পোৱা নাযায়, কিন্তু প্ৰাক্-

মুদ্ৰা

আহোম যুগত মুদ্ৰাৰ প্ৰচলনযে আছিল, সেই

বিষয়ে শিলিমপুৰ লিপিৰপৰাই প্ৰমাণ পোৱা যায়। মুদ্ৰাৰ বিষয়ে এইকণ মাত্ৰ উন্নুকিয়ালো।

বুৰঞ্জী-গৱেষণাৰ ঘাই প্ৰতিষ্ঠান

প্ৰতিষ্ঠান-সমুদায়ৰ ভিতৰত কামৰূপ অনুসন্ধান সমিতি সৰাতকৈ পুৰণি। আইতা-ককাদেউতাৰ শাৰীত উপনীত নহ'লেও সমিতিয়েযে বৰ্ত্তমানে আইবোপাইৰ স্থান অধিকাৰ কৰিছে, এই কথা কোনেও নুই কৰিব নোৱাৰে। বাৰ্দ্ধক্যত জিৰণি ল'লে দোষে নোছোৱে। সেই গতিকে সময়ত জিৰণি ললে সমিতিক দোষ নিদিব। আপোনালোকে বোধ হয় জানে যোৱা বছৰ এই সমিতিৰ উদ্যমত বিশেষকৈ ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱাৰ উৎসাহ-উদগনিত কনকলাল বৰুৱা সোঁৱৰণী সংখ্যা ভাৰতৰ বিভিন্ন ঠাইৰ বুৰঞ্জীবিদ্ কলাবিদসকলৰ গৱেষণামূলক ভাবাপন্ন প্ৰবন্ধেৰে প্ৰকাশিত হৈ ওলায়। আকৌ এই বছৰ হেমচন্দ্ৰ গোস্বামী সোঁৱৰণী সংখ্যা যুগুত হৈ ওলাইছে। এই সংখ্যাতো সুবিখ্যাত লেখক সকলৰ প্ৰবন্ধই ঠাই পাইছে। সমিতিয়ে হয়তো সাময়িক জিৰণি ল'ব পাৰে; কিন্তু এতিয়াও শুই পৰা নাই। অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ কাৰ্য্যকলাপ তেওঁলোকে নিয়মিতভাৱে প্ৰচাৰ কৰি আহিছে, থাপনাতে জহি-খহি উৱলি যাব ধৰা পুথি-পাঁজি আন্ধাৰ চুকৰপৰা পোহৰৰ মুখলৈ আনিছে। ৰাজ্যিক সংগ্ৰহালয় পোনতে আছিল মাথোন প্ৰত্নতত্ত্ব পৰ্য্যায়ৰ। ইয়াৰ কলেৱৰ এতিয়া দু-গুণে বাঢ়িছে আৰু কেন্দ্ৰীয় চৰকাৰৰ সৰ্ব্বোচ্চ বিষয়াই এই প্ৰতিষ্ঠান বৰ্ত্তমানে বহুমুখী সংগ্ৰহালয়ৰ শাৰীত উপনীত হৈছে বুলি মন্তব্য কৰিছে। ইতিহাস বা বুৰঞ্জীৰ গৱেষণাৰ ভৱিষ্যত উজ্জ্বল আৰু প্ৰেৰণাপূৰ্ণ বুলিয়েই আমাৰ বিশ্বাস। গুৱাহাটী বিশ্ববিদ্যালয়ৰ বিভিন্ন বিভাগৰ অধ্যাপক আৰু গৱেষণাকৰ্ম্মী আৰু বিশ্ববিদ্যালয়ৰ মুখপত্ৰৰ যোগেদিও ঐতিহাসিক তথ্য-উদ্‌ঘাটনৰ বহুখিনি প্ৰশংসনীয় কাম হৈছে।

নিৱেদন

বাহুল্যভাৱে লিখা অসমৰ ইতিহাস ইংৰাজী ভাষাত প্ৰকাশ পাইছে। কিন্তু অসমীয়া ভাষাত লিখা ব্যাপক বুৰঞ্জী আমাৰ নাই। অসম সাহিত্য সভাৰ প্ৰকাশন 'পৱিত্ৰ অসম' সম্পাদন কৰা আৰ্হি আৰু আদৰ্শকে আগত লৈ অসমীয়া ভাষাত এখন অসমৰ ব্যাপক বুৰঞ্জী অতি আৱশ্যকীয় হৈ উঠিছে। অসম সাহিত্য সভাই এই কাম হাতত লোৱা যুগুত হব বুলি ভাবো।



**শ্ৰীপ্ৰেমধৰ চৌধুৰী**

# প্ৰধান সম্পাদকৰ বাৰ্ষিক প্ৰতিৱেদন

সভাপতি ডাঙৰীয়া আৰু প্ৰতিনিধিসকল,

অসম সাহিত্য সভাৰ দুগৰাকী সভাপতি অমৃতভূষণ দেৱ অধিকাৰী আৰু নগেন্দ্ৰনাৰায়ণ চৌধুৰী, আৰু প্ৰসন্নকুমাৰ ঘোষ, যোগেন্দ্ৰনাথ নাথ আদিৰ স্মৃতি-বিজড়িত গোৱালপাৰাৰ অন্তৰ্গত এই চহৰখনিত সভাৰ সন্মিলন এই তৃতীয়বাৰৰ বাবে বহিছে। এনে এটি তাৎপৰ্য্যপূৰ্ণ উপলক্ষ্যত আপোনালোকক অভিবাদন জনাবলৈ পাই পৰম আনন্দ লাভ কৰিছো।

অসম সাহিত্য সভাৰ নিচিনা এটি গুৰোৰ্গৰীয়ান্ জাতীয় অনুষ্ঠানৰ প্ৰধান সম্পাদকৰ গুৰু বিষয়-বাব আমাৰ গাত মিৰ্জ্জা সন্মিলনত পৰা এবছৰ হ'ল। কিন্তু ২৮ ডিচেম্বৰ ১৯৬০ তাৰিখে কাৰ্য্যালয় নিয়মিত-ভাৱে চমজি সৰ্ব্বভাৰ কান্ধত ল'বৰ হ'ল আজি দহ মাহ। এই দহ মাহে আমি আমাৰ নিজৰে আশানুৰূপ কিবা কৰিব পাৰিছো বুলি উপলব্ধি হোৱা নাই। ইয়াৰ বাবে আমাৰ অনুৰ্দ্ধ্ পীয়া শক্তিৰ ক্ষুদ্ৰত্বহে দায়ী। প্ৰাচীন কবিৰ ভাষাত যদিও 'গৰুড়ৰ উৰাৰক টিপচি নোহে সম' তথাপি আমি 'পখা অনুৰূপে পখী তেবে কি নুৱয়' বুলি এই দহ মাহে আমাৰ সৰু পাখিৰে থপ্থপাই ফুৰিবলৈ যত্ন এৰা নাই। যিবা এধানিমান কাম হৈছে বুলি যদি কোনোবাই ভাবে, তাৰ কৃতিত্ব আমাৰ নহয়—অসম সাহিত্য সভাৰ নিজস্ব মহত্বৰ, আপোনালোক সকলোৰে নৈতিক সমৰ্থনৰ, আৰু সভাপতি আৰু কাৰ্য্যনিৰ্ব্বাহক সমিতিৰ সভ্যসকল প্ৰমুখ্যে আপোনালোক সকলোৰে। অসমীয়া সাহিত্যৰ প্ৰাচীন, আধুনিক আৰু জীৱিত সেৱকসকললৈ সেৱা জনাই আমাৰ চুটি খতিয়ানখন মেলিছো।

এই মুহূৰ্ত্তত বিশেষকৈ আমাৰ মাজৰপৰা আঁতৰি যোৱা



কেইগৰাকীমান অসমীয়া সাহিত্যসেৱীৰ বিয়োগ-দুখ মনত জাগি উঠিছে। সেইসকল হ'ল অসম সাহিত্য সভাৰ গোৱালপাৰাত ১৯১৮ চনত বহা দ্বিতীয় সন্মিলনৰ সভাপতি শ্ৰীচন্দ্ৰধৰ বৰুৱা; অসম সাহিত্য সভাৰ সঙ্গীত অধিৱেশনৰ এগৰাকী পুৰণি সভাপতি, কবি-সুৰকাৰ-নাট্যকাৰ-অভিনেতা শ্ৰীইন্দ্ৰেশ্বৰ বৰঠাকুৰ; পিছ-জোনাকী যুগৰ কবি আৰু নাট্যকাৰ শ্ৰীদুৰ্গেশ্বৰ শৰ্ম্মা আৰু শিশু-সাহিত্য-ৰচক শ্ৰীবিপিনচন্দ্ৰ বৰুৱা আৰু অধ্যাপক শ্ৰীসৰ্ব্বানন্দ ৰায়। এখেতসকলৰ আত্মাই শান্তি লভোক আৰু আমালৈ এৰি যোৱা সিসকলৰ আদৰ্শই আমাক বলীয়ান কৰক। শ্ৰীবিশ্বনাথ ৰাজবংশীৰ মৃত্যুত অসম সাহিত্য সভাই এজন প্ৰকৃত যোদ্ধা হেৰুৱালে। ডক্টৰ ইমকংলিবা আওৰ মৃত্যুও দেশৰ এটি ক্ষতিকৰ ঘটনা। যোৱা ১৯ জুন তাৰিখে হাইলাকান্দি চহৰত যিসকলে অসমীয়া ভাষাৰ ন্যায় দাবীৰ হকে মৃত্যু বৰণ কৰিলে, তেখেতসকলৈও আমাৰ আন্তৰিক প্ৰণাম আগ বঢ়াইছো।

## বছৰটোৰ চমু খতিয়ান

যোৱা মাহকেইটাত কি কৰিলো, কি নকৰিলো, নিজকে তাৰ কৈফিয়ৎ দিয়াৰ কথা ভাবিয়ে পেটতে হাত-ভৰি লুকাইছে। কাৰণ নিজৰ কৃতকাৰ্য্যতাতকৈ অকৃত কাৰ্য্য দেখিছো সৰহ, হৈ উঠা কামৰ ক্ষুদ্ৰতাৰ তুলনাত undone vast, অকৃত কৰ্ম্মৰ বিস্তৃতি দেখি নিজকে প্ৰবোধ দিব নোৱাৰা হৈছো। কিয়েইবা কৰিলো ইমান দিনে? (১) অসম চৰকাৰে কেন্দ্ৰীয় পৰামৰ্শ গ্ৰহণ কৰি এনেয়ে আমাৰ অগ্ৰহণীয় হৈ থকা অসম শাসকীয় ভাষা অধিনিয়ম ১৯৬০-ৰ পঞ্চম ছেদটো (কাছাৰ-সম্পৰ্কিত) অধিকতৰ ক্ষতিকৰভাৱে 'সংশোধন' কৰিবলৈ বদ্ধপৰিকৰ হোৱা দেখি অসম সাহিত্য সভাই ভাৰতৰ স্বৰাষ্ট্ৰ-মন্ত্ৰী আৰু স্থানীয় কৰ্তৃপক্ষৰ ওচৰত আৱেদন জনোৱামতে সেই সংশোধনত কাছাৰত অসমীয়া ভাষাৰ প্ৰৱেশ উন্মুক্ত ৰখাটোকে

আমাৰ কিছু লাভ বুলি ভাবিছো। অসমৰ বাহিৰত সভাৰ সম্মান বৃদ্ধিত ই সহায়কৰ হ'ব। (২) উত্তৰ-পূব সীমান্ত অঞ্চলৰ অসমীয়া ভাষা-বিৰোধী শিক্ষানীতিৰ বিষয়ে ৰাষ্ট্ৰীয় কৰ্ত্তৃপক্ষৰ দৃষ্টি আকৰ্ষণ কৰা হৈছে আৰু এই ক্ষেত্ৰত যুঁজিবলৈ সঙ্কল্প গ্ৰহণ কৰা হৈছে। (৩) টিৰাপ সীমান্তৰ নক্টে আৰু ৱাঞ্চো এলেকাত সভাৰ সম্প্ৰীতি বহন কৰি এটি সৰু দল ভ্ৰমণ কৰি আহিল, আৰু এই খবালি দলটি পুনৰ্যাত্ৰাৰ বাবে সাব্যস্ত হৈছে। ছিয়াং আৰু লোহিত অঞ্চলৰ দুগৰাকীমান বন্ধুক আজি আমাৰ আদৰৰ অতিথিৰূপে পাইছো। এনে সম্প্ৰীতি-বৃদ্ধিৰ অৰ্থে নগাভূমিৰপৰাও কুৰিজনীয়া পুৰুষ-মহিলাৰ এটি নৃত্য-শিল্পীৰ দলক নিমন্ত্ৰণ কৰি অনা হৈছে। (৪) ১৯৬১ চনৰ লোকগণনাত ভাষাসংক্ৰান্ত প্ৰশ্নত ভ্ৰান্তিকাৰী নিৰ্দ্দেশৰ ভ্ৰান্তি-নিৱাৰণৰ কাৰণে চেষ্টা কৰা হয়। (৫) চন্দ্ৰকান্ত সন্দিকৈ ভৱনত সভাৰ পৰম হিতৈষী ৰাধাকান্ত সন্দিকৈৰ এটি ব্ৰঞ্জমূৰ্ত্তি থাপনা কৰা হয়। (৬) কাছাৰ জিলাৰ দক্ষিণ মোহনপুৰ আৰু আলমখানিত দুখনি নিম্ন-প্ৰাথমিক পঢ়াশালিৰ বাবে, তদুপৰি খৈয়াজানী আদি কাছাৰৰ অসমীয়া গাঁৱৰ মাজৰ ভিতৰগোল পঢ়াশালিৰ বাবেও বছৰটোৰপৰা মঞ্জুৰী দিয়া হৈছে, আৰু শিলচৰ তৰুণৰাম ফুকন মধ্য ইংৰাজী পঢ়াশালিৰ তৃতীয় এজন শিক্ষকৰ বাবে সাহায্য দিয়া হৈছে। বছৰটোৰ নানা বিপৰ্য্যয়েৰে দুৰ্দ্দশাগ্ৰস্ত কাছাৰলৈ আমাৰ এটি শুভেচ্ছাবাহী দল অলপতে পঠাবৰ দিহা কৰা হৈছে। (৭) নগা-ভূমিৰ ৰাজধানী কহিমাৰ নিম্ন-প্ৰাথমিক পঢ়াশালিত বিলাবৰ বাবে ৪০০খনি ল'ৰাপুথি পঠোৱা হৈছে আৰু তাৰ শিক্ষা-কৰ্ত্তৃপক্ষয়ো সেয়া শলাগ লৈ গ্ৰহণ কৰিছে। পাৰ্ব্বত্য অঞ্চলৰ বাবে বিশেষ উপযোগী এখনি ল'ৰাপুথি প্ৰণয়ন হ'ব লাগিছে। (৮) যোৱা কেইমাহত এইকেইখন পুথি প্ৰকাশ হ'ল,—কেইবাজনো কৃতী লেখকৰ ইংৰাজী *Assam's Language Question*, বেণুধৰ ৰাজখোৱাৰ 'অসমীয়া খণ্ডবাক্য-কোষ', লক্ষ্মীনাথ বেজবৰুৱাৰ 'মোৰ জীৱন-সোঁৱৰণ', তৃতীয় ভাগ 'অসম সাহিত্য সভাৰ ভাষণাৱলী', শ্ৰীনকুলচন্দ্ৰ



ভূঞাৰ 'ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়া', শ্ৰীকমলেশ্বৰ শৰ্ম্মাৰ 'কৱি চৌধাৰী আৰু চৌধাৰীদেৱৰ কৱিতা' শ্ৰীহৰিপ্ৰসাদ নেওগৰ 'দানবীৰ ৰাধাকান্ত সন্দিকৈ', শ্ৰীলংকাম টেৰণৰ 'মিকিৰ জনজাতি'। (৯) 'অসমৰ জনজাতি' আৰু 'অসমৰ জনজাতীয় সাধু' নামে দুখনি বুজন কিতাপ ছপাশালৰ বাবে যুগুত হ'ব লাগিছে। (১০) অনা-অসমীয়া লোকে নিজে পঢ়ি অসমীয়া শিকিব পৰা ইংৰাজী মাধ্যমৰ এখনি পুথিৰ প্ৰকাশ বিৱেচনাধীন হৈ আছে। (১১) মিশ্মিং ছাত্ৰসকলৰ মুখপত্ৰ 'অবনাৰী বিল্লম' আৰু ৰামায়ণৰ এখনি গদ্যানুবাদ-প্ৰকাশৰ অৰ্থে সাহায্য দান কৰা হৈছে। (১২) অসমীয়া ভাষাজ্ঞান প্ৰমাণ-পত্ৰ পৰীক্ষাৰ নিয়ম-তন্ত্ৰ ৰচিত হৈ আছে ; ঘৰতে পঢ়ি এনে প্ৰমাণপত্ৰ ল'ব খোজাসকলৰ এটি প্ৰাথমিক পৰীক্ষা এই খবালিতে ল'ব পৰা হ'ব বুলি ভাবিছো। (১৩) সভাৰ হিছাপ-পত্ৰ আৰু আয়ব্যয়ক-নিৰ্ম্মাণ-পদ্ধতি হিছাপ-বিজ্ঞান-সম্মত কৰিবলৈ যত্ন কৰা হৈছে আৰু কাৰ্য্য-নিৰ্ব্বাহক সমিতিৰ সভা-সঞ্চালনত পৰিকল্পিত পদ্ধতি গ্ৰহণ কৰা হৈছে। (১৪) পতাকা-উত্তোলন বিধি, সভাৰ প্ৰকাশন-বিক্ৰীৰ এজেঞ্চিৰ নীতি আৰু সভাৰ কৰ্ম্মচাৰীৰ ছুটীৰ নিয়ম ৰচনা কৰা হৈছে। (১৫) বিপুল উৎসাহেৰে আমাৰ কেইবাখনিও শাখা আৰু স্বীকৃত সভাই আৰু দুজনমান কাৰ্য্যনিৰ্ব্বাহক সদস্যই সভাৰ প্ৰধান লক্ষ্য ভাষা-সাহিত্য-প্ৰীতি-প্ৰচাৰ উদ্দেশ্য-সাধনাত কাৰ্য্যব্ৰতী হৈ আমাকো ঋণী কৰিছে। (১৬) বিশেষকৈ নানা সাময়িক সমস্যাৰ সমুখীন হ'ব লগীয়া হোৱাত সভাই পুঁজিৰ বাবে ৰাইজৰ ওচৰত হাত পাতে ; আৰু আমাৰ জোলোঙা যদিও নভৰিল, ভাষা অধিনিয়ম-সংক্ৰান্ত কাৰ্য্যত এই পুঁজিয়ে ডাঙৰ সহায় কৰিলে। (১৭) কবি শ্ৰীৰঘুনাথ চৌধাৰীৰ সম্বৰ্দ্ধনা, ৰবীন্দ্ৰ-শতবাৰ্ষিকী-পালন আৰু অসম সাহিত্য সভা সপ্তাহ-উদ্‌যাপন আছিল আমাৰ বিশেষ উৎসৱ-উপলক্ষ্য। (১৮) গুৱাহাটীত অসম সাহিত্য সভা সদনৰ বাবে ভূমি-অধিগ্ৰহণ আৰু যোজনা-নিৰ্ম্মাণ আদিৰ প্ৰাথমিক কামখিনি হৈছে। সভাপতি আৰু প্ৰধান সম্পাদকে ভাষা-সমস্যাৰ বিশেষ

বিশেষ পৰিস্থিতিত সভাৰ শক্তি লৈ বিবৃতিৰে একোটা মাত দি আছিল। আমি বছৰটোত ডাঙৰ কাম একো কৰিব পৰা নাই, ঠিক ; কিন্তু এই এইবোৰ কামতে নিজক ব্যাপৃত ৰাখিবৰ যত্ন কৰিছো মিল্টনৰ কবিতাৰ এই আশ্বাসত—They also serve who only stand and wait. আমি থিয় হৈ চাই আছো, বহি পৰা কিন্তু নাই। আমাৰ এই প্ৰতিবেদনত সেই গতিকে সংবেদন আছে, বেদনা নাই।

## অষ্টাবিংশ সন্মিলনৰ প্ৰস্তাৱসমূহ

অসম সাহিত্য সভাৰ অষ্টাবিংশ সম্মিলনত গৃহীত চতুৰ্থ প্ৰস্তাৱত যি সৰ্ব্বাঙ্গপূৰ্ণ অসমীয়া ভাষাৰ ব্যাকৰণ, বুৰঞ্জী আৰু পাৰিভাষিক শব্দকোষৰ আৱশ্যক অনুভৱ কৰি সিবোৰৰ প্ৰণয়নৰ সিদ্ধান্ত কৰা হয়, সেই বিষয়ে ক'ব পাৰি যে, এই লাগতিয়াল কাৰ্য্য হাতত ল'বলৈ যেনেকৈ বিপুল আৰ্থিক শক্তিৰ প্ৰয়োজন সেইদৰে এদল চিন্তাশীল আৰু মেধাবী লোকৰ পৰিশ্ৰমৰো প্ৰয়োজন। এই বিষয়ে সভাই কাৰ্য্য-পন্থা হাতত ল'বলৈ স্থিৰ কৰিছে আৰু অনুকূল অৱস্থা পালেই এই প্ৰস্তাৱ কাৰ্য্যত পৰিণত কৰিবলৈ সভা আগ বাঢ়ি আহিব। কাৰ্য্য-নিৰ্ব্বাহক সমিতিয়ে এই কাৰ্য্যৰ বহল আঁচনি এখনি ইতিমধ্যে প্ৰস্তুত কৰিছে।

পঞ্চম প্ৰস্তাৱত বিশ্ববিদ্যালয়ত অসমীয়াৰ মাধ্যমেৰে শিক্ষা ব্যৱস্থা কৰিবলৈ যি পৰামৰ্শ দিয়া হৈছে, এই বিষয়ে গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্যক ব্যক্তিগতভাৱে লগ ধৰি সংশ্লিষ্ট পৰিষদত বিষয়টো উত্থাপন কৰিবলৈ অনুৰোধ জনোৱা হৈছিল। তেখেতেৰে আলোচনা-প্ৰসঙ্গত কেইটিমান কথা ওলাই পৰে। অসমীয়া ভাষাক বিশ্ববিদ্যালয়ৰ শ্ৰেণীৰ শিক্ষাৰ বাহন কৰাৰ আগতে স্নাতক শ্ৰেণীলৈকে অসমীয়া ভাষাত পাঠ্য পুথি প্ৰণয়ন কৰাৰ আৱশ্যক। এইটো প্ৰথম আৰু ঘাই কথা। বৈজ্ঞানিক বিষয়ৰ পৰীক্ষাত নাইবা চিকিৎসা



বিষয়ত এই মাধ্যম-সলনি কাৰ্য্য কিমান দূৰ সমৰ্থনীয় সেই বিষয়ে ভাৰতীয় শিক্ষাবিদসকলৰ মাজত নানা বাদ-প্ৰতিবাদ এতিয়াও চলি আছে। কিছুমান বিশ্ববিদ্যালয়ত শিক্ষাৰ মাধ্যম স্থানীয় ভাষালৈ পৰিৱৰ্ত্তিত কৰাৰ দৃষ্টান্ত থাকিলেও সি বাঞ্চনীয়ভাৱে সফলকাম হৈছে বুলি ভাবিব নোৱাৰি। এইটো ঠিক যে এই সালসলনি ধীৰে-সুস্থিৰে হ'ব লাগিব, নহ'লে বিপৰ্য্যয়যে হ'ব, ই ধ্ৰুৱ।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ কোৰ্ট সংসদে অসমীয়া ভাষাক বিশ্ববিদ্যালয়ত শিক্ষাদানৰ মাধ্যম হিছাপে গ্ৰহণ কৰাৰ বিষয়ে আলোচনা কৰি এই সিদ্ধান্তত উপনীত হয় যে স্নাতক শ্ৰেণীলৈকে ব্যৱহাৰ কৰিব পৰা পাঠ্যপুথি-প্ৰণয়নৰ কাম অবিলম্বে হাতত ল'ব লাগে। সন্তোষৰ বিষয় যে ভাৰতীয় বিশ্ববিদ্যালয় অনুদান আয়োগে গোটেই বিষয়টো পৰ্য্যালোচনা কৰিছে আৰু এই বিষয়ে কাৰ্য্যকৰী পন্থা আন্তঃপ্ৰাদেশিকভাৱে লৈ আগ বাঢ়িব খুজিছে।

ষষ্ঠ প্ৰস্তাৱত কাছাৰ আৰু পৰ্বতীয়া জিলাসমূহৰ অসমীয়া-ভাষা অনুৰাগী লোকসকলৰ অসমীয়া ভাষাত ব্যুৎপত্তিলাভৰ বাবে প্ৰশিক্ষণ কেন্দ্ৰ স্থাপন কৰিবলৈ অসম চৰকাৰক অনুৰোধ কৰা হৈছিল। কাছাৰৰ যিসকল খিলঞ্জীয়া অধিবাসীয়ে অসমীয়া শিকিবলৈ মন কৰিছে আৰু অসমীয়া শিক্ষা-শ্ৰেণীৰো আয়োজন কৰি এই কামত আগ বাঢ়িছে, তেওঁবিলাকক এই কামত সহানুভূতি দেখুৱাবলৈ আৰু সাহায্য দিবলৈ চৰকাৰক টানি অনুৰোধ জনাই লেখালেখি কৰা হৈছে।

সভাৰ হাইলাকান্দি শাখাই মুখ্যমন্ত্ৰীৰ ওচৰলৈ সঁজাতী দল পঠাই জনায় যে, স্থানীয় মেট্ৰিকুলেচন আৰু ইণ্টাৰমিডিয়েট্ পাছ ডেকাক অসমীয়া ভাষাত প্ৰশিক্ষণ দি মাধ্যমিক স্কুলবিলাকত শিক্ষকৰূপে নিয়োগ কৰাৰ প্ৰয়োজন হৈছে। কাছাৰত বৰ্ত্তমান শিক্ষাক্ষেত্ৰত আটাইতকৈ ডাঙৰ আৱশ্যক হৈছে অৰ্থ আৰু অসমীয়া মাধ্যমত শিক্ষা দিব পৰা প্ৰাথমিক আৰু মাধ্যমিক শ্ৰেণীৰ শিক্ষক। স্থানীয় অৰ্হতা থকা লোকক অসমীয়া ভাষাৰ এটি চমু প্ৰশিক্ষণ দি ইয়াৰ উপযোগী কৰাৰ আৱশ্যকতা অনুভৱ কৰি অসম সাহিত্য সভাৰ এটি

সঁজাতী দলে যোৱা মাৰ্চ্চৰ মাজ ভাগত মুখ্যমন্ত্ৰীৰ লগত সেই বিষয়ে আলোচনা কৰে। ১৯৫২-৫৩ ছনত যোৰহাটত অনুষ্ঠিত হোৱা পৰ্ব্বতীয়া লোকসকলৰ অসমীয়া প্ৰশিক্ষণ শ্ৰেণীৰ আৰ্হিত পুনৰ প্ৰশিক্ষণ-শিবিৰ প্ৰতিষ্ঠা কৰাৰ প্ৰস্তাৱ চৰকাৰৰ বিভাগীয় বিচাৰাধীন হৈ আছে বুলি জানিব পৰা হৈছে।

যোৱা অধিৰেশনত গৃহীত হোৱা সপ্তম প্ৰস্তাৱ অনুসৰি বিশ্ব-বিদ্যালয়ৰ প্ৰৱেশিকাৰ অসমীয়া-সাহিত্য বিষয়ক পৰীক্ষাত উত্তীৰ্ণাঙ্ক তললৈ নমাই দি চাহ-বাগিচাৰ বনুৱাসকলৰ মাজৰপৰা অহা ছাত্ৰ-ছাত্ৰীক সুবিধা দিয়াৰ বিষয়ত এতিয়া বিশ্ববিদ্যালয়ৰ মতামত অপেক্ষা কৰা হৈছে।

## অসম শাসকীয় ভাষা অধিনিয়ম ১৯৬০ আৰু অসমৰ ভাষা সমস্যা

১৯৬০ ছনৰ অসম শাসকীয় ভাষা অধিনিয়মৰ লগত জড়িত হৈ উত্থাপিত হোৱা অসম আৰু অসমীয়াৰ প্ৰতিকূলে যোৱা নীতিৰ বিৰুদ্ধে অসম সাহিত্য সভাই চোকা দৃষ্টি ৰাখিব লগীয়া হয়। ১৯৬০ ছনৰ ২৪ আৰু ২৫ জুনত কাৰ্য্য-নিৰ্ব্বাহক সমিতিৰ দ্বিতীয় অধিৰেশনত অসম শাসকীয় ভাষা অধিনিয়ম ১৯৬০ তুৰন্তে কাৰ্য্যত পৰিণত কৰিবলৈ অসম চৰকাৰক অনুৰোধ কৰা হয়, যদিও সমিতি সম্পূৰ্ণ সচেতন যে তাত গোটাচেৰেক অসম আৰু অসমীয়াৰ স্বাৰ্থ ক্ষুণ্ণ কৰিব পৰা অনুচ্ছেদ আছিল। এনেয়ে অসন্তোষজনক এই ভাষা আইন-খনক কাছাৰৰ মুষ্টিমেয় বঙলা-ভাষীৰ ভ্ৰান্ত আন্দোলনৰ ভিত্তিত ভাৰত চৰকাৰৰ স্বৰাষ্ট্ৰমন্ত্ৰী শ্ৰীলালবাহাদুৰ শাস্ত্ৰীয়ে পুনৰ অকল্যাণকৰভাৱে সংশোধন কৰিবলৈ তেখেতৰ 'সূত্ৰ'ত পৰামৰ্শ আগ বঢ়োৱাত আৰু সেই পৰামৰ্শ অসম মন্ত্ৰীসভা আৰু অসম প্ৰাদেশিক কংগ্ৰেছ কমিটিয়ে লৰালৰিকৈ গ্ৰহণ কৰাত গভীৰ উদ্বেগ প্ৰকাশ কৰি সেই কাৰ্য্য যে অসাংবিধানিক আৰু অগণতান্ত্ৰিক হৈছে, এই মত সমিতিয়ে স্পষ্টভাৱে



প্ৰকাশ কৰে। সমিতিৰ প্ৰস্তাৱত এইটোও কোৱা হয় যে, যদিহে অতিশয় প্ৰয়োজনৰ হেঁচাত অধিনিয়মখন অন্যপ্ৰকাৰে সংশোধন কৰিব লগীয়া হয়, তেনেহ'লেও মহকুমা পৰিষদৰ ছেদৰ সংশোধন জনমতৰ সাপেক্ষেহে কৰা উচিত আৰু ৰাজ্যিক শাসকীয় ভাষা অসমীয়াৰ সাৰ্ব্বভৌমত্ব সকলো জিলাতে সকলো ক্ষেত্ৰতে অব্যাহত থাকিব লাগিব।

এই সম্পৰ্কে শ্ৰীলালবাহাদুৰ শাস্ত্ৰীজীক সম্বোধন কৰি সাহিত্য সভাই ১৯৬১ ছনৰ ২৯ জুলাইৰ দিনা দাখিল কৰা নিৰেদন-পত্ৰত প্ৰধান মন্ত্ৰী শ্ৰীজৱহৰলাল নেহৰুৰ তলৰ উক্তিটিলৈ দৃষ্টি আকৰ্ষণ কৰি ৰাজ্যিক ভাষাৰ সাংবিধানিক স্বত্ব প্ৰতিপাদন কৰে।—

> "মোৰ বাবে এইটো পৰিষ্কাৰ কথা যে, নেপালী বা এনে এটা আঞ্চলিক ভাষাক পূৰ্ণ সমৰ্থন দিলেও, ৰাজ্যিক ভাষাৰ প্ৰচলন কোনো অঞ্চলতে বন্ধ হৈ নাযায়। আন যি হওক নহওক, ৰাজ্যিক ভাষাটো সমগ্ৰ ৰাজ্যৰে ভাষা। সংখ্যালঘিষ্ঠ মানুহৰ ভাষাক ৰক্ষণাবেক্ষণ দিবলৈ যাওঁতে আমি এনে কাম কৰিবলৈ যাব নেলাগে, যাৰ দ্বাৰায় সেই অঞ্চলৰ আন যেই সেই এটা গোষ্ঠীৰ অপকাৰ ঘটে।"

২৯ জুলাইত দ্বিতীয় এখনি নিৰেদন-পত্ৰ স্বৰাষ্ট্ৰ-মন্ত্ৰীলৈ পঠোৱা হৈছিল তেখেতৰ পৰামৰ্শ-ক্ৰমেই। ইতিমধ্যে কাৰ্য্য-নিৰ্ব্বাহক সমিতিৰ সিদ্ধান্ত অনুসৰি অসম সাহিত্য সভাৰ এটি সঁজাতী দলক দেখা কৰাৰ সময় নিৰূপণ কৰিবলৈও তেখেতক অনুৰোধ কৰা হৈছিল। সেই বিষয়ত তেখেত অসম্মত নহয় বুলি আমাক জনায়; কিন্তু কেইবাখনো চিঠি আৰু তাঁৰৰ পিছতো তেখেত নিৰুত্তৰ থাকি শেষত সংসদৰ অধিৰেশন শেষ হোৱাত যোৱা ১২ ছেপ্টেম্বৰ তাৰিখৰ দিনটো আমাক মুখামুখি সময়ত তেখেতে দিয়ে। কাৰ্য্য-নিৰ্ব্বাহক সমিতিয়ে নিৰূপণ কৰা দলৰ ভিতৰৰ তিনিজন গুৱাহাটীৰ সদস্যেৰে দিল্লী যাত্ৰাৰ আয়োজন লৰালৰিকৈ কৰা হয়, আৰু তাৰো এজনক শেহত বিশেষ কাৰণত বদল দিব লগীয়া হয়। প্ৰধান সম্পাদক আমি, শ্ৰীহৰেন্দ্ৰনাথ বৰুৱা আৰু শ্ৰীনৰেন্দ্ৰনাথ শৰ্ম্মাৰে গঠিত এই তিনিজনীয়া দল নতুন

দিল্লী পোৱাৰ পিছত ১৩ ছেপ্টেম্বৰৰ দুপৰীয়া বাৰ বজাত স্বৰাষ্ট্ৰ-মন্ত্ৰীৰে সাক্ষাতৰ সময় পোৱা হয়। দলটিয়ে ২৯ জুলাই তাৰিখৰ নিৱেদন-পত্ৰত জোৰণি দি অসম সাহিত্য সভাই 'শাস্ত্ৰী-সূত্ৰ' অগ্ৰাহ্য কৰাৰ প্ৰধান কাৰণ দুটি স্পষ্টৰূপে ব্যাখ্যা কৰি এখনি পৰিপূৰক স্মাৰক-পত্ৰ দাখিল কৰে। এই পৰিপূৰক পত্ৰৰ মূল খেদ হ'ল ঃ (১) অসম শাসকীয় ভাষা অধিনিয়ম ১৯৬০-ৰ পঞ্চম ছেদৰপৰা শাস্ত্ৰীজীৰ পৰামৰ্শমতে মহকুমা পৰিষদ আৰু নগৰ সভাবোৰৰ এখন মিলিত সভাই কাছাৰৰ প্ৰশাসনীয় ভাষা নিৰূপণ কৰিব পৰা ক্ষমতাৰ কথা বাদ দিলে, সেই ছেদে অসাংবিধানিকভাৱে কাছাৰত অসমৰ প্ৰশাসনীয় ভাষা অসমীয়াৰ প্ৰচলন বন্ধ কৰিব ; (২) শাস্ত্ৰী-সূত্ৰৰ দ্বিতীয় পৰামৰ্শ অনুযায়ী কাছাৰ আৰু ৰাজ্যৰ সদৰৰ মাজত আদান-প্ৰদানত বৰ্ত্তমানে ইংৰাজী, আৰু পিছত হিন্দী মাত্ৰ স্বীকাৰৰ ব্যৱস্থা কৰাৰ ফলত কাছাৰত ৰাজ্যিক প্ৰশাসনীয় ভাষাৰ প্ৰৱেশ নিৰোধ কৰা হ'ব। এই কথাও স্পষ্ট কৰি দিয়া হয় যে এই দুইটা ব্যৱস্থা ১১, ১২, ১৩ আগষ্টৰ মুখ্যমন্ত্ৰী-সন্মিলনে কৰা সিদ্ধান্তৰ পৰিপন্থী হ'ব। শ্ৰীলালবাহাদুৰ শাস্ত্ৰীজীয়ে সভাৰ স্মাৰক-পত্ৰ মনোযোগেৰে পঢ়ে, আৰু সঁজাতী দল, সঁজাতী দলক সমৰ্থন কৰা লোকসভাৰ অসমৰ দুজন সদস্য শ্ৰীপ্ৰফুল্লচন্দ্ৰ বৰুৱা আৰু শ্ৰীযোগেন্দ্ৰনাথ হাজৰিকাদেৰ আৰু স্বৰাষ্ট্ৰ মন্ত্ৰণালয়ৰ দুজন কৰ্ম্মচাৰীৰে উত্থাপিত বিষয়টোৰ বিশদ আলোচনা কৰে। আলোচনা প্ৰসঙ্গতে স্বৰাষ্ট্ৰ-মন্ত্ৰীয়ে সঁজাতী দলৰ উপৰোক্ত বিশেষ মত দুটিৰ যুক্তিযুক্ততা স্বীকাৰ কৰে। তেখেতে কিন্তু এইটোও কয় যে, এটা বিশেষ বিভ্ৰাট উপশান্ত কৰিবৰ কাৰণে যি বিধান দিছে, তাক কাৰ্য্যকৰী কৰিবই লাগিব ; দ্বিতীয়তে, যদি আমাৰ মতামত অনুযায়ী অধি-নিয়মৰ পঞ্চম পৰিচ্ছেদত আৰু এটি সলনি কৰিবলৈ যোৱা যায়, তেতিয়া হ'লে ভাষাগত সংখ্যালঘুসকলৰ মনত সন্দেহ আৰু অশান্তি হ'ব পাৰে বুলি তেখেত শঙ্কিত হয়। সংবিধান আৰু নীতিৰ নামত যেতিয়া সঁজাতী দলে মন্ত্ৰীজনাৰপৰা এটি স্পষ্ট সমিধান



বিচাৰে, তেতিয়া তেখেতে জনায়, এই বিষয়ে তেখেতে অসমৰ মুখ্যমন্ত্ৰীৰ লগত পৰামৰ্শ কৰিব আৰু মুখ্যমন্ত্ৰীক আৱশ্যকীয় দিহা দিব। মুখ্যমন্ত্ৰীৰপৰা পিছত জানিব পৰা হয় যে সঁজাতী দলে নতুন দিল্লী এৰাৰ পিছতে শ্ৰীশাস্ত্ৰীজীয়ে শ্ৰীবিমলাপ্ৰসাদ চলিহা ডাঙৰীয়াৰ লগত টেলিফোনেৰে কথা-বতৰা হয়। যোৱা ১৬ ছেপ্টেম্বৰ তাৰিখে সভাৰ প্ৰধান সম্পাদক আমি দিল্লী অভিমুখে যাত্ৰা কৰি অহা মুখ্যমন্ত্ৰীদেৱক লগ ধৰি অসমীয়া ভাষাৰ ৰাজ্যিক প্ৰশাসনীয় মৰ্য্যাদাৰ ক্ষতিকৰ কোনো কাৰ্য্য যাতে সাধিত নহয় সেই কথা সকীয়াই দি অনুৰোধ কৰো। তেখেতেও শাস্ত্ৰীজীৰে আলোচনা কৰি কৰিব পৰাখিনি কৰিব বুলি আশ্বাস দিয়ে। ইয়াৰ পিছত অসম চৰকাৰে অসম বিধান সভাৰ ছেপ্টেম্বৰ-অক্টোবৰৰ গ'ল অধিৱেশনত কাছাৰত ৰাজ্যিক ভাষা অসমীয়াৰ প্ৰৱেশ ৰোধ নকৰাকৈ অসম শাসকীয় ভাষা অধিনিয়মৰ পঞ্চম ছেদটি সংশোধন কৰি কাছাৰৰ জিলা পৰ্য্যায়ত বঙলা ভাষা চৰকাৰী ভাষা-ৰূপে পৰিগণিত কৰে।

এই প্ৰসঙ্গতে ক'ব লগীয়া যে কাৰ্য্য-নিৰ্ব্বাহক সমিতিৰ নিৰ্দ্দেশ অনুযায়ী সাতজন বিশিষ্ট সাহিত্যিক-সাংবাদিকৰ আলোচনা, আৰু কেইটিমান পৰিশিষ্টেৰে ইংৰাজীত *Assam's Language Question* নামে এখনি পুথি প্ৰকাশ কৰা হৈছে আৰু ভাৰতীয় সংসদৰ সদস্য, ৰাজ্যসমূহৰ ৰাজ্যপাল, মুখ্যমন্ত্ৰী, বিধান সভাৰ অধ্যক্ষ আদিলৈ পঠিওৱা হৈছে।

৯ ছেপ্টেম্বৰ তাৰিখে শ্ৰীমতী নলিনীবালা দেৱী, শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা, শ্ৰীনৰেন্দ্ৰনাথ শৰ্ম্মা আৰু প্ৰধান সম্পাদকৰ সমষ্টিয়ে অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ কাৰ্য্যপালিকাক লগ ধৰি শাস্ত্ৰী-সূত্ৰ আৰু ভাষা অধিনিয়মৰ সংশোধন সম্পৰ্কে আলোচনা কৰে ; কিন্তু দেখা গ'ল ৰাজ্যৰ প্ৰশাসনৰ দায়িত্বশীল এই দলটিয়ে স্বৰাষ্ট্ৰ-মন্ত্ৰীৰ লগত হোৱা ৬ জুনৰ চুক্তিৰ দ্বাৰা দৃঢ়ভাৱে নিজকে বদ্ধ বিবেচনা কৰি আছে। আমাৰ সভাৰ মিনতি বুলি অসম প্ৰদেশ কংগ্ৰেছ কমিটিৰ

সাধাৰণ সভা ১০ ছেপ্টেম্বৰৰ দিনা বহোঁতে এখনি পত্ৰিকা সদস্য-সকলৰ হাতত দিয়া গৈছিল।

## উত্তৰ-পূব সীমান্ত অঞ্চলৰ শিক্ষানীতি

উত্তৰ-পূব সীমান্ত এলেকাত অসমীয়া ভাষাৰ প্ৰতিপত্তি বঢ়াবৰ কাৰণে বহুত দিনৰপৰা কৰা প্ৰচেষ্টাৰ ফল-স্বৰূপে এই অঞ্চলৰ স্কুল-সমূহত অসমীয়া মাধ্যমৰ প্ৰচলনৰ ব্যৱস্থা হোৱাত আমি সুখী হৈছো। এই স্কুলবিলাকত যাতে যথোপযুক্তভাৱে অসমীয়া শিক্ষক নিয়োগ কৰা হয় সেই উদ্দেশ্যে উত্তৰ-পূব সীমান্ত অঞ্চলৰ এডুকেচন ডিৰেক্টৰেটৰ লগত চিঠি-পত্ৰ লিখা হয়। সিসকলেও আমাক ভাল শিক্ষক পঠাবলৈ অনুৰোধ জনাইছিল বাবে আমি বাতৰি কাকতত জাননী দি প্ৰাৰ্থী গোটাবৰ যত্ন কৰিছিলো। কিন্তু আমাৰ কৃতকাৰ্য্যতাৰ ঘাই অন্তৰায় হ'ল—সিসকলক গ্ৰেজুৱেট্ বা এম্.এ., এম্. এছ্.-চি. প্ৰাৰ্থী হ'লেই নহয়, তেনে প্ৰাৰ্থীৰ বি. টি. বা প্ৰশিক্ষণ অৰ্হতা থাকিব লাগিব। আমি সীমান্তৰ শিক্ষা-কৰ্তৃপক্ষক এই অৰ্হতা নিয়োগৰ বেলা নিবিচাৰি তেনে অৰ্হতা পিছত দিয়াৰ দিহা কৰিবলৈ পৰামৰ্শ আগ বঢ়াওঁ। উত্তৰত কৰ্তৃপক্ষই জনায় যে দীঘলীয়া শিক্ষাদানৰ অভিজ্ঞতা নাথাকিলে প্ৰশিক্ষণ নোহোৱা শিক্ষকক কামত মকৰল কৰা নহ'ব। ১৯৬১ ছনৰ ১৪ মাৰ্চ্চত এই বিষয়ে ডাইৰেক্টৰ্ অৱ্ এডুকেচনক লগ ধৰি আলোচনাও কৰা হৈছিল। ইয়াৰ পিছত ২৪ মাৰ্চ্চত ৰাজ্যপালৰ সীমান্ত-সংক্ৰান্ত উপদেষ্টালৈ আমি লিখা দীঘলীয়া চিঠিত তলত দিয়ামতে তিনিটা পৰামৰ্শ আগ বঢ়োৱা হৈছিল,—

(১) অসমীয়া মাধ্যম হোৱা হেতুকে আন স্কুলসমূহৰ দৰে সীমান্ত অঞ্চলতো প্ৰশিক্ষণ নোহোৱা গ্ৰেজুৱেট্ আদি নিয়োগ কৰি পিছতো আৱশ্যকমতে প্ৰশিক্ষণৰ দিহা কৰিব লাগে।

(২) সীমান্তৰ জনজাতীয় লোকসকলে বিচৰামতে অধিকতৰ সংখ্যাত অসমীয়া শিক্ষক নিয়োগ কৰি ছাত্ৰসকলৰ মাজৰপৰা সকলো



ধৰণৰ সন্দেহৰ আৰু বৰ্ত্তমানে মাজে মাজে উদ্ভৱ হোৱা অশান্তিৰ ভাব আঁতৰ কৰিব লাগে।

বাতৰি কাকতত একেবোৰ বিষয় লৈ সীমান্তৰ লোকসকলৰ কেইবাখনিও চিঠি প্ৰকাশ পাইছে। ১৯৬১ ছনৰ ২৯ মেত সভাপতি, প্ৰধান সম্পাদক, শ্ৰীহৰেন্দ্ৰনাথ বৰুৱা, শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা আৰু শ্ৰীনৰেন্দ্ৰনাথ শৰ্ম্মাৰে গঠিত এটা দলে গুৱাহাটীত প্ৰধান মন্ত্ৰী শ্ৰীজৱহৰলাল নেহৰুক লগ ধৰি এই নিৱেদন আগ বঢ়ায়। কিন্তু বিশেষ অসুবিধাত প্ৰধান মন্ত্ৰীৰ লগত সুস্থ আৰু বিশদ আলোচনা হোৱাটো সম্ভৱ নহ'ল। সীমান্তৰ শিক্ষানীতি আৰু সাংস্কৃতিক নীতিৰ পৰ্য্যালোচনাৰে এখনি পুস্তক প্ৰকাশৰ দিহা কৰা হৈছে।

সীমান্তৰ শিক্ষা আৰু শিক্ষক সমস্যাৰ এইখিনিতে দুআষাৰ মুকলি আলোচনা কৰিব খুজিছো।

অসমৰ উত্তৰ-পূব সীমান্ত এলেকাৰ শিক্ষাৰ মাধ্যম আৰু সেই অঞ্চলত প্ৰৱৰ্ত্তন কৰিব খোজা ভাষাৰ সম্পৰ্কে অসম সাহিত্য সভাই কেইবাবছৰো ধৰি অবিশ্ৰাম ভবা-চিন্তা কৰিব লগীয়া হৈছে। শিক্ষাৰ দ্বাৰা যদি সীমান্ত অঞ্চলৰ বিপুল জনজাতিক উপকৃত কৰিব লাগে, তেনে অসম সাহিত্য সভাই পৰামৰ্শ দিয়া কৰ্ম্ম-পদ্ধতিৰ ওপৰত কেন্দ্ৰীয় আৰু ৰাজ্যিক চৰকাৰে বিশ্বাস স্থাপন কৰি গুৰুত্ব দিয়াৰ একান্ত আৱশ্যক। আমি দেখিছো যে, কেন্দ্ৰীয় চৰকাৰে সীমান্তৰ জনজাতিৰ মাজত অসমীয়া ভাষাৰ প্ৰতি তেওঁবিলাকৰ যি প্ৰীতিভাৱ আছে তাক গুচাবৰ উদ্দেশ্যেই আদিৰেপৰা প্ৰচলিত অসমীয়া ভাষাৰে শিক্ষাদান পদ্ধতি গুচাই পাৰিলে হিন্দী ভাষাত শিক্ষা দিয়াৰ পক্ষ-পাতিত্ব গ্ৰহণ কৰিছে। এই বিধান জনজাতীয় ৰাইজে সমূলি পছন্দ নকৰিলে; কিন্তু তেওঁবিলাকৰ আন্দোলন আৰু ছাত্ৰসমূহৰ আপত্তিয়ে পূৰ্ব্বৰ অৱস্থা ঘূৰাই আনিব নোৱাৰিলে, মাত্ৰ কৰ্ত্তৃপক্ষই অসমীয়া ভাষাক কৰোঁ নকৰোঁকৈ শিক্ষাৰ মাধ্যমৰূপে স্বীকৃতি দিছে। অসমীয়াৰ এই প্ৰৱেশ-পথো কণ্টকিত কৰিলে কিছুমান কথাৰে। শিক্ষক হ'বলৈ হলে গ্ৰেজুৱেট্ বা এম্. এ., বা এম্.এছ্.-চি. হোৱাৰ

উপৰিও হ'ব লাগিব বি.টি.-ও। সীমান্ত অঞ্চলৰ জনজাতীয় ভাষাৰ ল'ৰাপুথিবোৰৰ হৰফ দেৱনাগৰী কৰাৰ ফলত জনজাতীয় ছাত্ৰ-ছাত্ৰীসকলৰ মনৰপৰা অসমীয়া ভাষাৰ প্ৰতি পুৰুষ-পুৰুষানুক্ৰমে চলি অহা সুপ্ৰীতিৰ মনোভাৱ আঁতৰি যোৱা আচৰিত কথা নহ'ব। এইদৰে কিছুদিন চলিলে সীমান্তত যে অসমীয়া ভাষাৰ সমাধি ৰচিত হ'ব তাত একো বিচিত্ৰতা নাই। অসমীয়া ভাষাক জনজাতীয় ছাত্ৰ-ছাত্ৰীয়েযে ভাল পায়, তাৰ প্ৰমাণ এইটোৱেই যে ১৯৬০ ছনৰ আগষ্ট মাহত তাত যি ছাত্ৰ-আন্দোলন হৈছিল তাৰ কেন্দ্ৰ আছিল অসমীয়া ভাষা-প্ৰীতি।

এই প্ৰসঙ্গৰ প্ৰতিধ্বনি-স্বৰূপে 'শ্ৰীআপেন ভাগন' নামৰ পাছিঘাটৰ এজন জনজাতীয় লোকে ১৯৬১ ছনৰ ২১ এপ্ৰিলত বাতৰি কাকতত এইদৰে লিখিছিল,—

"যোৱা ৮।১০।৫৯ তাৰিখে বাতৰি পাইছিলো যে নেফাৰ স্কুলবিলাকত আমাৰ নেফাৰ উপদেষ্টা শ্ৰী এন্. কে. ৰুস্তমজীয়ে লিখিছিল যে, হিন্দীৰ ঠাইত অসমীয়া হব লাগিব মাধ্যম। আমি সদৌ জনজাতীয় ৰাইজে এই বাণী শুনি বৰ সুখী হৈ পৰিছিলো। এতিয়া আজি তিনি বছৰ হ'লহি স্কুলবিলাকত হিন্দী কিতাপহে চলি আছে। তাৰ লগে লগে আমাৰ জনজাতীয় ভাষাৰ যি এখন কিতাপ দিছে, তাৰ আখৰবিলাক হিন্দী। এতিয়া ইংৰাজ চৰকাৰৰ দেশ নহয়; আমাৰ জাতীয় চৰকাৰৰ হৈ কিয় ইংৰাজ-বুদ্ধি লৈছে? যদি আমাক ভালকৈ শিক্ষা দিবলৈ চৰকাৰৰ মন নাই তেতিয়া হলে স্কুলবিলাক নেপাতিলেও ভাল হয়। আমি যদিও পাহাৰী জনজাতিৰ মানুহ, আমি অসমীয়াহে পঢ়িম।"

এনে কেইবাখনিও চিঠি 'অসম বাণী' কাকতত প্ৰকাশ পাইছে। এইবিলাক কথা শুনি অসম সাহিত্য সভাই দুখ অনুভৱ কৰাটো স্বাভাৱিক। ভৈয়ামৰ হাই স্কুলবিলাকত বি. টি. শিক্ষক নথকা সত্ত্বেও সেইবিলাক স্বীকৃত বুলি পৰিগণিত হৈ আছে। তেনে স্থলত সীমান্তৰ শিক্ষা বিভাগে শিক্ষকৰ প্ৰশিক্ষণৰ ওপৰত আৰোপ কৰা গুৰুত্ব অসমৰ প্ৰাৰ্থীসকলক বঞ্চিত কৰিবলৈ অৱলম্বন কৰা



এটা অপকৌশল যেনহে লাগে। তেওঁলোকে নিশ্চিতকৈ জানে যে অসমীয়াৰ মাজৰপৰা দুৰ্গম পাহাৰৰ মাজলৈ কাম কৰিবলৈ যাবলৈ প্ৰশিক্ষণ পোৱা নাইবা দীৰ্ঘকাল অভিজ্ঞতা থকা শিক্ষক প্ৰাৰ্থী সংখ্যাত প্ৰায়েই শূন্য হ'ব।

## টিৰাপ সীমান্তত অসম সাহিত্য সভাৰ সন্দেশবাদী দল

উত্তৰ-পূব সীমান্ত অঞ্চলৰ অন্তৰ্গত টিৰাপ সীমান্তৰ দক্ষিণ-পূব সীমাৰ ভিতৰুৱা অঞ্চল অভিমুখে যোৱা ১৬ এপ্ৰিলৰ দিনা সাহিত্য সভাৰপৰা শুভেচ্ছাজ্ঞাপক দল এটি যাত্ৰা কৰে। এই দলত প্ৰধান সম্পাদকৰ বাহিৰেও আছিল শ্ৰীলীলা গগৈ আৰু শ্ৰীহৰিপ্ৰসাদ নেওগ। টিৰাপ চাৰিটি জনজাতিৰ নিৱাসস্থল—চিংফৌ, নক্টে, ৱাঞ্চো আৰু টাংছা। টিৰাপ বিভাগৰ স্কুলৰ মুঠ সংখ্যা ৩৬। ইয়াৰ চাৰিখন মধ্য ইংৰাজী স্কুল। চাংলাং বোলা ঠাইত স্কুলত ৮ম মানলৈকে খোলা হৈছে। খুনছা স্কুলত কিণ্ডাৰ্গাৰ্টেন পদ্ধতি চলে আৰু বহুতো গাঁৱৰ ল'ৰা-ছোৱালী আহি তাত বিনা খৰচে শিক্ষা লাভ কৰে। বাকী সকলোখিনি পঢ়াশালি প্ৰাথমিক পৰ্য্যায়ৰ। স্কুলবোৰত তিনিটা ভাষা শিকোৱা হয়—অসমীয়া, হিন্দী আৰু মাতৃভাষা। মাতৃভাষাৰ কিতাপবোৰ দেৱনাগৰী হৰফত। ৱাঞ্চো অঞ্চলৰ ঘাই ঠাই নিআউছাৰ প্ৰাথমিক পঢ়াশালিত ৩৭ জন ছাত্ৰ আছে। ৱাঞ্চো ভাষাৰ পাঠ্যপুথি এতিয়াও তৈয়াৰ হৈ উঠা নাই। এই পঢ়াশালিৰ বাবে অসমীয়া আদিপাঠ আৰু ধাৰাপাত সাহিত্য সভাৰপৰা পঠোৱা হ'ব বুলি গাত লোৱা হ'ল আৰু যথা সময়ত পঠোৱা হৈছেও। পলিটিকেল অফিচাৰৰ যোগে বিভাগৰ পুথি-ভঁৰাল আৰু চাংলাঙৰ বুনিয়াদী মহাবিদ্যালয়লৈ সাহিত্য সভাৰ প্ৰকাশন কেইখনমান উপহাৰ দিয়া হয়। নিআউছাৰ ৱাঞ্চো ৰজা, খুনছা, বৰদুৱৰীয়া আৰু নামচাঙৰ ৰজা—ডেকাৰজাৰ লগত সঁজাতী দলৰ আহ্লাদ-আলাপ আৰু উপঢৌকন-বিনিময় হয়। নামচাঙৰ

ডেকাৰজাই দলটিক সোঁৱৰাই দিলে, অসমীয়া আৰু নক্টেৰ সম্পৰ্ক এদিনীয়া নহয় শতেক-দিনীয়া। দলটিৰ ভ্ৰমণৰ প্ৰায়খিনি সময়তে ছাঁৰ দৰে আছিল লাপটাঙৰ ৰাজকোঁৱৰ শ্ৰীৱাংকাপ লোৱাং। ববদুৱৰীয়া, নামচাং আৰু লাপটাং মূলতে এক মহাভক্ত নগাৰ নৰোত্তমৰ বংশৰ। মুঠ কথা, ব্ৰহ্ম সীমান্তলৈকে পাটকাই পৰ্ব্বতৰ ধেনুভিৰীয়া অংশটি ঘূৰি দলটিয়ে অতীজৰ টিৰাপৰ লগত থকা ভৈয়ামৰ চেনেহ-প্ৰীতিৰ সম্পৰ্ক নতুনকৈ সহৃদয়তাৰে পাতি থৈ আহিব পাৰিলে। এইবাৰ খৰালি লোহিত সীমান্তলৈ যাবৰ মানস কৰা হৈছে।

## আমাৰ মাজত সীমান্তৰ অতিথি

ককাই-ভাই, মিতিৰ-কুটুম্বৰ মাজত আহ-যাহেইহে আচল সমন্ধ ৰাখে। চৰকাৰৰ ঘৰে ভুলে-চুকে সীমান্ত অঞ্চলৰ লগত আমাৰ চিৰকলীয়া সম্বন্ধ ছিঙিবৰ কাৰণে যত্ন কৰিলেও আমি তাক টানি ধৰিবলৈ পাহৰিব নালাগিব। এই ধাৰণাকে মনত ৰাখি আমি এইবাৰৰ গোৱালপাৰা সম্মিলনলৈ টিৰাপ, লোহিত আৰু ছিয়াং সীমান্ত অঞ্চলৰপৰা দুজনকৈ আমাৰ বন্ধুক নিমন্ত্ৰণ জনাইছিলো। লোহিত সীমান্ত অঞ্চলৰ দুজন আমাৰ জনজাতীয় ভাইক আজি আমাৰ মাজত পাই ৰং পাইছো।

## লোক-গণনা ১৯৬১ আৰু সাংস্কৃতিক সমন্বয়

১৯৬১ৰ লোক-গণনাৰ ভাষা-বিষয়ক প্ৰশ্নৰ ক্ষেত্ৰত নানা বেমেজালিয়ে দেখা দিয়ে। কাৰ্য্য-নিৰ্ব্বাহক সমিতিৰ প্ৰথম অধি-ৱেশনত ( ২৮ ডিচেম্বৰ ১৯৬০ ) অসমৰ চাহ-বাগিচা, পাৰ্ব্বত্য আৰু জনজাতীয় অঞ্চল সমূহত সাংস্কৃতিক সমন্বয় সাধনৰ বিষয়ে আলোচনা কৰা হৈছিল ; কিন্তু সেই বিষয়ত সংশ্লিষ্টভাৱে ১৯৬১ ছনৰ লোক-



গণনাৰ প্ৰশ্নই বিশেষ দৃষ্টি আকৰ্ষণ কৰিবলৈ ধৰে। গতিকে কেয়োটা বিষয় একেলগে ধৰি কামত আগ বঢ়া হয়। উল্লেখযোগ্য যে, ভ্ৰমণ-বানচ বুলি এটি নয়া পইছাও নোলোৱাকৈ কাৰ্য্য-নিৰ্ব্বাহক সভ্য শ্ৰীৰঘুৱা তাঁতিয়ে ডিব্ৰুগড় মহকুমাৰ নাহৰকটীয়াকে কেন্দ্ৰ কৰি বহুতোখিনি চাহ-বাগিচাত অসমীয়া ভাষাৰ প্ৰতি বনুৱা ভাইসকলৰ স্নেহ আকৰ্ষণ কৰে। নাহৰকটীয়া সাহিত্য সভা আৰু কাৰ্য্য-নিৰ্ব্বাহকৰ আন এগৰাকী সভ্য শ্ৰীধৰ্ম্মকান্ত গোহাঁয়েও এই অঞ্চলত অতি তৎপৰতাৰে কাম কৰে। আৰু এগৰাকী সভ্য শ্ৰীখনীন্দ্ৰচন্দ্ৰ বৰুৱাই অক্টোবৰ মাহত উত্তৰ কামৰূপৰ বিশেষকৈ জনজাতীয় অঞ্চল ভ্ৰমণ কৰে ; পুনৰ জানুৱাৰী-ফেব্ৰুৱাৰীত নগাঁৱেদি উজনী অসমৰ ঘাই নগৰকেইখন আৰু দুই-এখনি শিল্প-উদ্যোগৰ কেন্দ্ৰ আৰু উত্তৰ পাৰৰ তেজপুৰ চহৰ পৰিভ্ৰমণ কৰি বিশেষৰূপে লোকগণনা সম্পৰ্কীয় নানা ভ্ৰান্ত ধাৰণা নিৰাৰণ কৰিবৰ যত্ন কৰে। গোৱাল-পাৰা সাহিত্য সভাই অক্টোবৰ মাহত অসম সাহিত্য সভাই প্ৰকাশ কৰা প্ৰচাৰ-পত্ৰ ৰাভা ভাষালৈ অনুবাদ কৰি পুনঃপ্ৰকাশ আৰু প্ৰচাৰ কৰে। কাৰ্য্য-নিৰ্ব্বাহকৰ সভ্য শ্ৰীউমাকান্ত শৰ্ম্মাও এই বিষয়ত তৎপৰ আছিল। সহকাৰী সম্পাদকে তেজপুৰ, নগাঁও, গোলাঘাট, যোৰহাট, নাহৰকটীয়া, ডুমডুমা আদি অঞ্চলত ব্যাপকভাৱে ভ্ৰমণ কৰি বিশেষকৈ চাহ-বনুৱাসকলৰ মাজত প্ৰচাৰ-কাৰ্য্য কৰে। ফৰকাটিং সাহিত্য সভা, গোলাঘাটৰ পুৰতী সাহিত্য সভা আদিও এই বিষয়ত তৎপৰ আছিল। কাৰ্য্য-নিৰ্ব্বাহকৰ সভ্য চৈয়দ আবদুল মালিকে হোজাই, জাগীৰোড, ৰঙিয়াত বিশেষকৈ মুছলমান সম্প্ৰদায়ৰ মাজত পৰিভ্ৰমণ কৰে। যোৰহাটৰ শ্ৰীত্ৰৈলোক্য শৰ্ম্মাই তিতাবৰ অঞ্চলত ঘূৰে। নেপালী সম্প্ৰদায়ৰ মাজৰপৰা শ্ৰীচন্দ্ৰ বাহাদুৰ আৰু চাহ-বনুৱাসকলৰ মাজৰপৰা শ্ৰীপিউস লাক্ৰা নামে দুজন ডেকা কৰ্ম্মীক সামান্যভাৱে পুৰস্কাৰ দিয়া হয় ; আন এজন বনুৱা শ্ৰীঅৰ্জ্জুন সিং ঘাটোৱালেও গাত লাগি অসম সাহিত্য সভাক সহায় কৰে। সকলো ঠাইতে চাহ-বনুৱা, নেপালী, জনজাতীয় লোকসকলক

অসমীয়াৰ মাজৰপৰা আঁহ ফালি নিবৰ যি অপচেষ্টা চলিছিল, তাক ৰোধ কৰিবৰ যত্ন কৰা হয় আৰু লোক-গণনাত বিশেষকৈ মাতৃভাষা কথাটোৰ অপব্যাখ্যাই কৰা খেলি-মেলি আঁতৰাবৰ প্ৰয়াস কৰা হয়। শেষ সময়ত চৰকাৰী অসমীয়া গণনাকাৰীলৈ নিৰ্দ্দেশাৱলীত ৭ (খ) প্ৰশ্নৰ ( অন্য কি ভাষা জানে ) ব্যাখ্যাত 'can use with felicity in communicating with others' কথাটো ভুলকৈ ভাঙি 'আনলৈ লিখোঁতে স্পষ্টকৈ সকলো কথা বুজাব পাৰিব লাগিব' বুলি দিয়া কথালৈ দৃষ্টি আকৰ্ষণ কৰি প্ৰধান সম্পাদকে অসমৰ লোক-গণনাৰ ছুপাৰিটেণ্ডেণ্ট্ আৰু মুখ্যমন্ত্ৰী আদিলৈ তাঁৰ কৰে। ছুপাৰিন্টেণ্ডেণ্টে তাঁৰেৰে উত্তৰত জনায়, ইতিমধ্যে সংশোধনী-পত্ৰ প্ৰকাশ হৈ গৈছে। প্ৰকৃতপক্ষে সংশোধনীখন ডিচেম্বৰতে দিয়া হৈছিল যদিও, তাৰ প্ৰচাৰ ঠায়ে ঠায়ে সমূলি হোৱা নাছিল। এই কথা বিশেষকৈ প্ৰধান সম্পাদকে চাৰ্কুলাৰ দি শাখা আৰু স্বীকৃত সভাৰপৰা গোটোৱা খবৰৰপৰা বুঝা যায়। 'নতুন অসমীয়া'ই ১৯ ফেব্ৰুৱাৰী ১৯৬১ তাৰিখে লোক-গণনা সম্পৰ্কে প্ৰধান সম্পাদকৰ গোহাৰি এখন চকুত লগাকৈ প্ৰকাশ কৰে আৰু সেই গোহাৰিখনকে যোৰহাটত ডাক্তৰ নীলকমল বেজবৰুৱাই পুনৰ্মুদ্ৰণ কৰি খবৰ-কাগজৰ হৰকৰাৰ যোগে প্ৰচাৰ কৰে। সভাৰ কাৰ্য্যালয়ৰপৰা গণনা-প্ৰসঙ্গৰ তিনিখন বিজ্ঞপ্তি-পত্ৰ শাখা আৰু স্বীকৃত সভাসমূহলৈ পঠোৱা হৈছিল।

কাৰ্য্য-নিৰ্ব্বাহক সমিতিয়ে '৭ (ক) মাতৃভাষা' আৰু '৭ (খ) অন্য কি ভাষা জানে' এই দুটা প্ৰশ্নৰ বিষয়ত অসমীয়া ভাষাৰ গণনাত অসমীয়াৰ পক্ষত এতিয়াও কিছু ভুল বৈ যোৱাৰ সম্ভাৱনা দেখি উদ্বেগ প্ৰকাশ কৰে আৰু চেনছাছ্ ছুপাৰিণ্টেণ্ডেণ্টক এই কথা তেওঁৰ প্ৰতিৱেদনত উল্লেখ কৰিবলৈ বিশেষভাৱে অনুৰোধ কৰে।



## সভাৰ বিশিষ্ট উৎসৱ-পালন

অসম সাহিত্য সভাৰ লেখত ল'ব লগীয়া এই বছৰৰ ভিতৰত দুটি সৎকাৰ্য্য সমাপন হয়। প্ৰথমটো, দানবীৰ সাহিত্যানুৰাগী ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াৰ আঠধতুৰা মূৰ্ত্তি-স্থাপন আৰু দ্বিতীয়, কবি শ্ৰীৰঘুনাথ চৌধাৰীদেৱৰ তিৰাশীবছৰীয়া জন্মতিথি উপলক্ষে সম্বৰ্দ্ধনা উৎসৱ।

মূৰ্ত্তি-উন্মোচন উৎসৱৰ সভাপতিত্ব কৰে ডক্টৰ সূৰ্য্যকুমাৰ ভূঞা ডাঙৰীয়াই। ১৯৬০ চনৰ ৩০ ডিচেম্বৰৰ দিনা দুই বজাত অনুষ্ঠিত হোৱা এই উৎসৱৰ আগবেলা সন্দিকৈদেৱৰ নামত গৱেষণা গ্ৰন্থাগাৰ আৰু বক্তৃতা মঞ্চৰ আধাৰ-শিলা স্থাপন কৰা হয়। অসম সাহিত্য সভাৰ এগৰাকী প্ৰাক্তন সভাপতি শ্ৰীহেড়ম্বপ্ৰসাদ বৰুৱা ডাঙৰীয়াৰ দ্বাৰা এই শুভকাৰ্য্য সম্পন্ন হয়। আমি দুখেৰে মন কৰিব লগীয়া, ৰাধাকান্ত সন্দিকৈ স্মৃতি-পুঁজিত অতি কম টকাহে গোট খাইছে। মূৰ্ত্তি-উন্মোচন সম্পন্ন কৰে অসমৰ ৰাজ্যপাল শ্ৰীৱিষ্ণু সহায়জীয়ে। এই মূৰ্ত্তিটি নিৰ্ম্মাণ কৰিছিল বিখ্যাত চিত্ৰকৰ-ভাস্কৰ শ্ৰীদেৱীপ্ৰসাদ ৰায়চৌধুৰীয়ে। মূৰ্ত্তি-নিৰ্ম্মাণ-আৰু-উন্মোচন বিষয়ত প্ৰাক্তন সম্পাদক আৰু মূৰ্ত্তি-উন্মোচন সমিতিৰ সম্পাদক শ্ৰীযতীন্দ্ৰনাথ গোস্বামীদেৱৰ উদ্যোগ শলাগিব লগীয়া।

শ্ৰীৰঘুনাথ চৌধাৰীদেৱক ১৯৬১ চনৰ ২০ জানুৱাৰীৰ সন্ধিয়া পাঁচ বজাত অসম সাহিত্য সভাই গুৱাহাটীৰ ছুডমাৰ্চেন হলত এখনি সভাত সম্বৰ্দ্ধনা জনায়। সভাৰ সভাপতিত্ব কৰে তেতিয়াৰ অসমৰ মুখ্য ন্যায়াধীশ শ্ৰীহলিৰাম ডেকাদেৱে। অসমৰ এগৰাকী শ্ৰেষ্ঠ আৰু ঐকান্তিক কাব্য-সেৱী-ৰূপেই নহয়, চামে চামে ডেকা কবি, সাহিত্যিকৰ অনুপ্ৰেৰণাৰ কেন্দ্ৰ-স্বৰূপেও শ্ৰীচৌধাৰীদেৱৰ ব্যক্তিত্ব অসমীয়া সাহিত্যৰ বুৰঞ্জীত সঞ্জীৱিত হৈ থাকিব। ভৱিষ্যতে অসমৰ বয়োবৃদ্ধ কৃতী সাহিত্যসেৱীক এনে সম্বৰ্দ্ধনা জনোৱাৰ প্ৰথা বিৱেচনা কৰা হৈ আছে।

ৰবীন্দ্ৰ শতবাৰ্ষিকী উপলক্ষ্যে অসম সাহিত্য সভাৰ কাৰ্য্য-নিৰ্ব্বাহক সমিতিয়ে শাখা আৰু স্বীকৃত সভাসমূহক এই উপলক্ষ্য সাধ্যানুসাৰে পালন কৰিবৰ কাৰণে অনুৰোধ জনোৱাত সিসকলৰ অনেকখিনিয়েই শতবাৰ্ষিকী পালন কৰে।

যোৱা ১৮ ছেপ্টেম্বৰৰপৰা অসম সাহিত্য সভা সপ্তাহ পালন কৰা হয়। বিভিন্ন শাখা-সমূহে সপ্তাহটি আগ্ৰহ আৰু উলাহেৰে পালন কৰে।

## সম্প্ৰীতিমূলক প্ৰচাৰ আৰু শিক্ষাদান আঁচনি

কাছাৰৰ শিক্ষা-শ্ৰেণীৰ সমস্যাৰ বিষয়ে প্ৰস্তাৱ-প্ৰসঙ্গত আমি আলোচনা কৰি আহিছো। নানা অৱস্থাৰ মাজেদি শিলচৰত থকা তৰুণৰাম ফুকন মধ্য ইংৰাজী স্কুলখনি চলি আহিছে। বৰ্ত্তমান বছৰত কাছাৰৰ অসমীয়া স্কুলৰ ভিতৰত দক্ষিণ মোহনপুৰ আৰু আলমখানি নামে ঠাইত দুখনি নিম্ন প্ৰাথমিক পঢ়াশালি চলাবলৈ লোৱা হৈছে। প্ৰথমখনি হাইলাকান্দি সাহিত্য সভা আৰু দ্বিতীয়খনি নিলামবজাৰ সাহিত্য সভাৰ তৰফে পৰিচালিত হৈছে। ইয়াৰ উপৰি খৈয়াজানী আদি অসমীয়া অঞ্চলৰ ছাতৰৰ ভিতৰগোল প্ৰাথমিক পঢ়াশালিলৈ সামান্য মাহেকীয়া সাহায্য আগ বঢ়োৱা হৈছে, আৰু তৰুণৰাম ফুকন মধ্য ইংৰাজী স্কুলৰ তৃতীয় এজন শিক্ষকৰ বাবে সাহায্য দিয়া হৈছে। কেইবাখনিও সাহিত্য সভা আৰু পঢ়াশালিলৈ 'জনমভূমি' আৰু 'অসম বাণী' কাকত পঠিওৱা হৈছে। চৰকাৰৰ লগত আলোচনা কৰাৰ পিছত কাৰ্য্য-নিৰ্ব্বাহক সমিতিয়ে নতুনকৈ প্ৰতিষ্ঠা কৰিব খোজা পঢ়াশালিৰ কাৰণে উপযুক্ত শিক্ষকৰ দিহা কৰি স্কুল বোৰ্ডৰ যোগে ৰাজ্যৰ শিক্ষাধিকাৰলৈ দৰ্খাস্ত কৰিবলৈ আৰু এনে দৰ্খাস্তৰ নকল অসম সাহিত্য সভালৈ পঠাবলৈ কাছাৰৰ শাখাসভাসমূহ আৰু অন্যান্য লোকক পৰামৰ্শ দিয়ে।

কাছাৰত বৰ্ত্তমান বছৰত উদ্ভৱ হোৱা ভাষা-সমস্যা আৰু ভাষা-



আইন-সম্পৰ্কীয় জটিলতাৰ সম্পৰ্কে অসম শাসকীয় ভাষা অধিনিয়মৰ বিষয়ে আলোচনা কৰোঁতে কৈ অহা হৈছে।

জনজাতীয় অঞ্চল আদিত প্ৰচলনৰ বাবে বিশেষ উপযোগী প্ৰাথমিক পাঠ্যৰ আৱশ্যকতা অনুভৱ কৰাত অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাদেৱে তেখেতৰ 'মিঠাপাঠ' সভাক সম্পাদন কৰি উলিয়াই ল'বৰ ক্ষমতা দিয়ে। প্ৰথমতে এই পৰিৱৰ্ত্তনকাৰ্য্যৰ দায়িত্ব শ্ৰীগোবিন্দচন্দ্ৰ পৈৰাদেৱক দিয়া হৈছিল। তেখেতে সেই দায়িত্ব-পালনত বিশেষ অসুবিধা পোৱাত বৰ্ত্তমানে অধ্যাপক শ্ৰীহাজৰিকাক তিনিজন বিজ্ঞ লোকৰ সহায়ত পুথিখনি ( দুভাগ ) পৰিবৰ্ত্তন-পৰিৱৰ্দ্ধনৰ ভাৰ দিয়া হৈছে।

সম্প্ৰীতিৰ চিন-স্বৰূপে নগাভূমি কহিমাৰ পঢ়াশালিৰ কাৰণে চাৰিশ খনি ল'ৰাপুথি উপহাৰ পঠোৱা হয়। কহিমাৰ শিক্ষা কৰ্ত্তৃপক্ষই শলাগেৰে এইখিনি প্ৰাপ্তি স্বীকাৰ কৰিছে।

যোৰহাট মিশ্বিং ছাত্ৰসকলৰ পক্ষৰপৰা 'অৰনাৰী বিল্লাম' ( শোৱণশিবিৰ গতি ) নামে এখনি তিনিমহীয়া অসমীয়া আলোচনী উলিয়াবৰ যত্ন কৰি অসম সাহিত্য সভাৰ সাহায্য বিচৰাত দুশ টকাৰ এটি সৰু অনুদান দিবলৈ স্থিৰ কৰা হয়।

অসম সাহিত্য সভাৰপৰা এখনি প্ৰচাৰ-পত্ৰ প্ৰকাশ কৰাৰ এখনি বহল আচনি এতিয়া সভাৰ বিবেচিত হৈ আছে।

যোৱা বছৰ বতৰে আগবাৰিষা পতা কাৰণে উত্তৰ-পূব সীমান্ত অঞ্চললৈ যাব লগীয়া সন্দেশবাহী দলটি পঠিয়াব পৰা নহৈছিল। বৰ্ত্তমান বছৰৰ প্ৰাৰম্ভতে দলটিয়ে সকলো আশা আৰু উদ্দীপনাৰে লোহিত প্ৰান্ত অভিমুখে যাত্ৰা কৰে। কিন্তু চৈখোৱাঘাট-ধলা পায়ে লোহিত নৈৰ পানী ওফন্দি ঘাটৰ দুই পাৰ বুৰোৱা দেখি আৰু পাৰ-নাৱলৈ গাড়ী তুলিব নোৱাৰি সকলোটি ঘূৰিব লগীয়া হয়। টিৰাপ সীমান্তলৈ যাবলৈ তেতিয়ালৈকে চৰকাৰী অনুমতি নোপোৱা সত্ত্বেও মাৰ্ঘেৰিটালৈ গৈ ত'লৈ যাবলৈ যত্ন কৰা হৈছিল যদিও বিফল-মনোৰথ হৈ ঘৰলৈ ঘূৰিব লগীয়া হ'ল। এপ্ৰিলৰ মাজভাগত তিনি-

জনীয়া সঁজাতী দলে কেনেকৈ টিৰাপৰ সম্ভাৱ-সম্প্ৰীতিৰ আদান-প্ৰদান কৰেগৈ, তাৰ বৃত্তান্ত আপোনালোকক আগতে দিছো। এনে আদান-প্ৰদান ঘনাই হ'ব লাগে, কাৰণ 'মিতিৰৰ অহা-যোৱা' হে মিতিৰালিৰ চিন, সেয়ে নহ'লে ভায়ে-ভায়েও অচিন হয়।

কাছাৰৰ ওপবেদি পাৰ হৈ যোৱা বছৰটোৰ দুৰ্য্যোগৰ পিছতে অসম সাহিত্য সভাৰ এটি সঁজাতী দল কাছাৰলৈ পঠাবলৈ কাৰ্য্য-নিৰ্ব্বাহক সমিতিয়ে যোৱা ২৫ জুন তাৰিখে স্থিৰ কৰে। কিন্তু চৰকাৰৰ পক্ষৰপৰা জনোৱা হৈছে, এনে দলৰ ভ্ৰমণৰ অৰ্থে জিলাৰ পৰিস্থিতি এতিয়াও অসহযোগী হৈ থকাত ডিচেম্বৰৰ আগতে যাত্ৰা কৰা অনুচিত হ'ব।

## প্ৰকাশন ঃ সাধাৰণ

আমাৰ কাৰ্য্যকালৰ প্ৰাৰম্ভণতে অসম সাহিত্য সভাৰ এজন পৰম বান্ধৱ ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াৰ মূৰ্ত্তি প্ৰতিষ্ঠাৰ দিনাখনেই শ্ৰীহৰিপ্ৰসাদ নেওগৰ এধানমানি পুথি 'দানবীৰ ৰাধাকান্ত সন্দিকৈ' প্ৰকাশিত হয়।

প্ৰকৃতিৰ প্ৰেমৰ বাণী প্ৰচাৰ কৰা কৱি আৰু অসম সাহিত্য সভাৰ এগৰাকী প্ৰাক্তন সভাপতি শ্ৰীৰঘুনাথ চৌধাৰীদেৱৰ জন্মৰ তিৰাশী বছৰীয়া তিথি উপলক্ষ্যে কটন কলেজৰ ইংৰাজী অধ্যাপক শ্ৰীকমলেশ্বৰ শৰ্ম্মাৰ 'কৱি চৌধাৰী আৰু চৌধাৰীদেৱৰ কৱিতা' অসম সাহিত্য সভাৰ নামত প্ৰকাশিত হয়, যদিও এগৰাকী নাম নিবিচৰা দাতাই তাৰ সকলো খৰচ বহন কৰে আৰু সৰহভাগ কিতাপ উপহাৰ-ৰূপে বিতৰণ কৰা হয়।

এগৰাকী নিৰভিমান দাতাই অসম সাহিত্য সভাৰ ঊনত্ৰিংশ সম্মিলনৰ আগতে ওলোৱাকৈ ৰাধাকান্ত সন্দিকৈৰ এখনি বিস্তৃত জীৱনী সংকলন আৰু প্ৰকাশ কৰাৰ আৰ্থিক দায়িত্ব বহন কৰিবলৈ ইচ্ছা প্ৰকাশ কৰাত শ্ৰীনকুলচন্দ্ৰ ভূঞাদেৱৰ ৰচিত 'ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়া' পুথিখনি ছপাখানাৰপৰা আহি পাইছে।



## প্ৰকাশন ঃ প্ৰকাশন-আঁচনি

১৯৬০-৬১ চনৰ বিত্তীয় বছৰত ছখনি পুথি আৰু 'অসম সাহিত্য-সভা পত্ৰিকা'ৰ প্ৰকাশনৰ বাবে অসম চৰকাৰৰপৰা কুৰি হেজাৰ টকাৰ এটি অনুদান পোৱা হৈছিল। পত্ৰিকাৰ ঊনবিংশ বছৰৰ দ্বিতীয় আৰু তৃতীয় সংখ্যা আমাৰ কাৰ্য্যকালৰ ভিতৰতে প্ৰকাশ হৈছে। ইতিমধ্যে প্ৰকাশিত নোহোৱা তিনিখনি পুথিৰ ভিতৰত (১) বেণুধৰ ৰাজখোৱাৰ 'অসমীয়া খণ্ডবাক্য-কোষ' শ্ৰীমহেশ্বৰ নেওগৰ দ্বাৰা সম্পাদিত-পৰিৱৰ্দ্ধিত হৈ, (২) লক্ষীনাথ বেজবৰুৱাৰ 'মোৰ জীৱন-সোঁৱৰণ' শ্ৰীযতীন্দ্ৰনাথ গোস্বামীৰ দ্বাৰা সংকলিত হৈ (শ্ৰীমহেশ্বৰ নেওগৰ সাধাৰণ সম্পাদনাত), আৰু (৩) অসম সাহিত্য সভাৰ বুৰঞ্জী অধিবেশনৰ সভাপতিসকলৰ অভিভাষণ-সমূহৰ সমষ্টি 'অসম সাহিত্য সভাৰ ভাষণাৱলী, তৃতীয় ভাগ' শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা আৰু শ্ৰীযতীন্দ্ৰনাথ গোস্বামীৰ দ্বাৰা সংকলিত-সম্পাদিত হৈ ঊনবিংশ সম্মিলনতে প্ৰকাশ হৈছে। যোৱা বছৰ অসম সাহিত্য সভাৰ এই আঁচনিৰ অন্তৰ্গত আন এখনি সঙ্কলন 'পৱিত্ৰ অসম' বিক্ৰী হৈ দুই-এদিনতে শেষ হ'ব।

## প্ৰস্তাৱিত প্ৰকাশন ঃ সাংস্কৃতিক সম্পৰ্ক-উন্নয়ন আঁচনি

১৯৬০-৬১ চনৰ বিত্তীয় বছৰত অসমৰ জনজাতি আৰু অসমৰ জনজাতীয় সাধু লৈ দুখন পুথি প্ৰকাশ কৰাৰ ২৪,০০০ হেজাৰ টকাৰ এখনি আঁচনি ভাৰত চৰকাৰৰ বৈজ্ঞানিক গৱেষণা আৰু সাংস্কৃতিক পৰিক্ৰমা দপ্তৰে অনুমোদন কৰি ৯,০০০ হেজাৰ টকাৰ এটি অনুদান দিয়ে, আৰু ৬,০০০ হেজাৰ টকা অসম চৰকাৰৰপৰা লৈ ৯,০০০ হেজাৰ টকা সভাৰ ভঁৰালৰপৰা ধৰি পুথি দুখন প্ৰকাশ কৰাৰ ব্যৱস্থা দিয়ে। অসম চৰকাৰৰ ভাগৰ টকা নোপোৱাত আঁচনি আড়ষ্ট হৈ পৰিছিল। কিন্তু দুইখনি পুথিৰ সংকলনৰ কামত যথেষ্ট আগ বঢ়া হৈছে।

## প্ৰকাশন ঃ প্ৰচাৰ আৰু শিক্ষা আঁচনি

অসমৰ বিষয়ে বিশেষকৈ পশ্চিম বঙ্গৰ বাতৰি কাকতত ঘোৰ অপপ্ৰচাৰ হোৱাৰ ফলত ভাৰত আৰু ভাৰতৰ বাহিৰতো অসমীয়াৰ অযথা নিন্দা-গৰিহা বিয়পি পৰালৈ লক্ষ্য কৰি অসমৰ ভাষা সমস্যাৰ প্ৰকৃত স্বৰূপ সকলোৰে আগতে দাঙি ধৰিবৰ উদ্দেশ্যে আৰু অসম শাসকীয় ভাষা অধিনিয়ম ১৯৬০, শাস্ত্ৰীৰ প্ৰস্তাৱ আদিৰ তাৎপৰ্য্য বিচাৰ কৰি দেখুৱাবৰ মনেৰে কেইটিমান প্ৰবন্ধেৰে *Assam's Language Question* বোলা পুথিখনি উলিওৱা হৈছে। শ্ৰীলংকাম টেৰণৰ 'মিকিৰ জনজাতি' পুথিখনিৰ ছপা শেষ হৈছে। পাৰ্ব্বত্য অঞ্চল আদিৰ উপযোগী শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাৰ 'মিঠাপাঠ'ৰ নৱ-সংস্কৰণ, সীমান্ত শিক্ষা আৰু সাংস্কৃতিক নীতি সম্পৰ্কীয় এখনি ইংৰাজী পুথি এই আঁচনিৰপৰাই প্ৰকাশ কৰিবৰ মানস কৰা হৈছে। তদুপৰি বাহিৰা লোকে শিক্ষক নোহোৱাকৈ অসমীয়া শিকিব পৰাকৈ এখনি ইংৰাজী মাধ্যমৰ অসমীয়া প্ৰাথমিক পুথি প্ৰকাশ কৰাৰো আয়োজন কৰা হৈছে।

### প্ৰকাশন সাহায্য

যোৰহাটৰ মিশ্বিং ছাত্ৰসকলৰ মুখপত্ৰ 'অৰনাৰী বিল্লাম'ৰ বাবে আগ বঢ়োৱা সাহায্যৰ কথা ইতিপূৰ্ব্বে উল্লেখ কৰা হৈছে। গুৱাহাটীৰ শ্ৰীকবিচন্দ্ৰ মহন্তদেৱে মূল ৰামায়ণৰ গদ্যানুবাদ কৰি প্ৰকাশৰ অৰ্থে সাহায্য বিচৰাত শ্ৰীকৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়াই অসম সাহিত্য সভাৰ জৰিয়তে দুহেজাৰ টকাৰ দান আগ বঢ়াইছে।

### প্ৰস্তাৱিত প্ৰকাশন ঃ সংস্কৃত পুথি

ভাৰত চৰকাৰৰ বৈজ্ঞানিক গৱেষণা আৰু সাংস্কৃতিক পৰিক্ৰমা দপ্তৰৰ 'দুৰ্ল্লভ হাতে লিখা ( সংস্কৃত ) পুথি প্ৰকাশ' আঁচনি অনুসৰি



উক্ত দপ্তৰলৈ পূৰ্ব্বৰ প্ৰধান সম্পাদকে ডঃ সত্যেন্দ্ৰনাথ শৰ্ম্মাৰ দ্বাৰা সম্পাদিত কৰাই 'কামকুমাৰ হৰণ', 'বিঘ্নেশ-জন্মোদয়' আৰু 'শঙ্খচূড় বধ' নাটক তিনিখনি এখন পুথি কৰি প্ৰকাশ কৰিবৰ উদ্দেশ্যে আৱশ্যকীয় বুলি দেখুওৱা চাৰি হেজাৰ টকাৰ বুকুৰ দুহেজাৰ টকা বিচাৰি উক্ত দপ্তৰলৈ আবেদন কৰে ( অক্টোবৰ ১৯৬০ )। সম্প্ৰতিকে উক্ত দপ্তৰৰপৰা এই অনুদানৰ মঞ্জুৰী পোৱা হৈছে। ড° শৰ্ম্মাই সংগ্ৰহ কৰা ছপাখানাৰ নিৰিখমতে ছপা আৰু আন খৰচ ধৰি পুথিখনিত মুঠ ৬,৫০০ টকা লাগিব বুলি অনুমান হয়। বৰ্ত্তমানলৈকে অসম সাহিত্য সভাই কোনো সংস্কৃত পুথি প্ৰকাশ কৰা নাই। পুথিখনিৰ প্ৰকাশৰ বিষয়টো সাহিত্য সভাৰ ১৯৬১-৬২ চনৰ প্ৰকাশন আঁচনিত ( অসম চৰকাৰৰ বিবেচনালৈ পঠিওৱা ) ধৰা হৈছিল, আৰু উক্ত পুথি প্ৰকাশৰ বাবে আৱশ্যকীয় ওপৰঞ্চি টকাৰ বাবে আবেদনো কৰা হৈছে। কোনো ফালৰপৰা পৰিপূৰক অৰ্থ পালেই পুথিখনি বৰ্ত্তমান বিত্তীয় বছৰতে ছপাব পৰা হয়।

## শাখা আৰু স্বীকৃত সভা

বছৰৰ আৰম্ভতে শাখা আৰু স্বীকৃত সভা আছিল ১৩৪খন, বৰ্ত্তমানে হৈছেগৈ ১৬২। শাখা আৰু স্বীকৃত সভা-সমূহৰ অনেকখনিয়ে যোৱা পিয়লৰ সময়ত সজাগ আৰু সক্ৰিয় আছিল। অনেকখনি সভাই চাহ-বাগিচাৰ কৰ্ম্মী ভাইসকলৰ মাজত আৰু জনজাতীয় অঞ্চলসমূহত কাম কৰিছিল। এই প্ৰসঙ্গত নাহৰকটীয়া, ডুমডুমা, ফৰকাটিং, গোলাঘাট, ডিফু, কুৱাৰুগুৰি, প্ৰগতি অসম সাহিত্য সভা আৰু গোৱালপাৰা সাহিত্য সভাৰ নাম উল্লেখ কৰিবই লাগিব। আলোচনা চক্ৰ, সঙ্গীত সন্ধিয়া আদি পতাত শাখাসমূহ সক্ৰিয় দেখা গৈছে। হেমচন্দ্ৰ বৰুৱা, গুণাভিৰাম বৰুৱা, আনন্দৰাম ঢেকিয়াল ফুকন, লক্ষ্মীনাথ বেজবৰুৱা, পদ্মনাথ গোহাঁই বৰুৱা, ৰজনীকান্ত বৰদলৈ আদি আমাৰ প্ৰাতঃস্মৰণীয় সাহিত্য-

গুৰুসকলৰ মৃত্যুতিথি আদি প্ৰায় সকলো সভাই সমাৰোহেৰে পালন কৰে। তদুপৰি কাৰ্য্য-নিৰ্ব্বাহক সমিতিৰ নিৰ্দ্দেশ অনুযায়ী অনেক সংখ্যক সভাই ৰবীন্দ্ৰনাথ জন্ম-শতবাৰ্ষিকী পালন কৰিছে। ঢিং সাহিত্য সভাই ১৯৬০ চনৰ গণ্ডগোলৰ সময়ত গৃহহীন হোৱা লোকসকলক সাহায্যদান কৰাও মন কৰিবলগীয়া কথা। ওদাল-গুৰি সাহিত্য সভাই অসমৰ বড়ো আৰু নেপালীসকলৰ জাতীয় পৰ্ব্ব দিনবিলাকৰ বিষয়ে সংগ্ৰহ আৰু প্ৰচাৰৰ কাৰণে আঁচনি হাতত লৈছে। ঢিং সাহিত্য সভাই বিশেষকৈ অসমীয়া আৰু অনা-অসমীয়া লোকসকলৰ মাজত সম্প্ৰীতি স্থাপন কৰিবৰ নিমিত্তে সঙ্গীত সন্ধিয়াৰ আয়োজন কৰে; আৰু জাতীয় আৰু ৰাষ্ট্ৰীয় পৰ্ব্বসমূহো সামূহিকভাৱে পালন কৰে। বঙালী, নেপালী, হিন্দুস্থানী, মাৰোৱাৰী লোকসকলৰ মাজত অসমীয়া ভাষা প্ৰচলনৰ বাবে গাঁৱৰ মাজে মাজে প্ৰাথমিক স্কুল পতা আৰু সেই সেই স্কুল-সমূহত অসমীয়া ভাষাত নিখুঁত জ্ঞান থকা শিক্ষক নিযুক্তিত সহায় কৰা আদি কাৰ্য্যও কৰা হয়। শ্বিলং মুকুল সঙ্ঘই ১৯৬০-৬১-ৰ ভিতৰত বাৰটা অধিৱেশনত পঠিত ৰচনাৱলীৰপৰা 'মুকুল-প্ৰকাশ' নামে প্ৰায় চাৰি-শ পিঠীয়া গ্ৰন্থ এখন প্ৰকাশিত হৈছে। শ্ৰীখনীন্দ্ৰচন্দ্ৰ বৰুৱাৰ 'Assam, Its People and Language' নামৰ পুস্তিকাৰ অসমীয়া অনুবাদ এটিও প্ৰকাশ কৰা হৈছে। সঙ্ঘৰ অধিৱেশনত হোৱা সাহিত্য চৰ্চ্চাৰ অনুপ্ৰেৰণাত কেইবাজনো সভ্যৰ ৰচিত গ্ৰন্থ প্ৰকাশিত হৈছে। সৰিতা সভাত এজন প্ৰখ্যাত সংবাদপত্ৰ-সেৱী মথুৰামোহন বৰুৱাৰ স্মৃতি উপলক্ষ্যে 'জীৱনী-মালা' (দ্বিতীয় খণ্ড) প্ৰকাশ কৰিবলৈ স্থিৰ কৰা হয়। 'জীৱনী-মালা' (প্ৰথম খণ্ড) এই সভাৰ যোগেদি আগতে প্ৰকাশিত হৈ গৈছে। 'সৰিতা-বাণী' নামৰ সৰু কবিতা পুথি এখনৰ যোগেদি ভাষা আন্দোলনত সংঘটিত অশান্তিৰ কাৰ্ফু-যুগৰ ছবি এটি দাঙি ধৰা হৈছে। 'বেজবৰুৱাৰ সাহিত্য-প্ৰতিভা' নামৰ সভাৰ প্ৰকাশিত পুথিখনৰ দ্বিতীয় পৰিবৰ্দ্ধিত সংস্কৰণ ওলাইছে। ডিমৌ আৰু



গুৱাহাটী সাহিত্য সভাই স্থায়ী গৃহ-নিৰ্ম্মাণৰ অৰ্থে ভূমি অধিগ্ৰহণ কৰিছে আৰু তিনিচুকীয়া সাহিত্য সভাই এটি গৃহ নিৰ্ম্মাণৰ কাৰ্য্য প্ৰায় সম্পূৰ্ণ কৰিছে। ৰংপুৰ সাহিত্য সভাই অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি কবি শ্ৰীযতীন্দ্ৰনাথ দুৱৰাদেৱক সম্বৰ্দ্ধনা জনায়।

অষ্টাবিংশ বাৰ্ষিক সম্মিলনৰ পিছত এই সভাসমূহক অসম সাহিত্য সভাৰ শাখা-ৰূপে স্বীকৃতি দান কৰা হয়,—ৰামদিয়া সাহিত্য সভা, ডিব্ৰুগড় সাহিত্য সভা, পছিম ঘিলাধাৰী সাহিত্য সভা, ৰাজ্যিক ভাষা প্ৰচাৰ সমিতি—আলগাপুৰ, ন-আলি ঢেকিয়া-জুলি সাহিত্য সভা, শলগুৰি মুকুল সাহিত্য সভা, চম্পকনগৰ সাহিত্য সভা, মাকুম সাহিত্য সভা, ৰ'দালী সাহিত্য সভা, সৰুপথাৰ সাহিত্য সভা, তামুলপুৰ সাহিত্য সভা, বিজনী সাহিত্য সভা, পকোৱা মৌজা সাহিত্য সভা, ডিমাপুৰ সাহিত্য সভা ডিব্ৰুগড় বৰপথাৰ আঞ্চলিক সাহিত্য সভা, বালিগাওঁ সাহিত্য সভা, টিপ্‌লিং সাহিত্য সভা, ধমধমা আঞ্চলিক সাহিত্য সভা, চাঁচনি সাহিত্য সভা, শ্বিলং মুকুল সঙ্ঘ (এইখনি আগৰ স্বীকৃত সভা)। এইসমূহৰ উপৰিও স্বীকৃত সভা-ৰূপে মদাৰখাত আলোচনা-চক্ৰ আৰু পূব ঘিলাধাৰী সাহিত্য সভাক স্বীকৃতি দিয়া হয়।

## নতুন আজীৱন সভ্য

এই বছৰত এইসকল লোকে সভাৰ আজীৱন সভ্য হৈছে,—শ্ৰীমুৰুলীধৰ বৰুৱা, শ্ৰীগকুলচন্দ্ৰ গোস্বামী, ছৰ্দ্দাৰ শ্ৰীযোগীন্দৰ সিংহ, শ্ৰীপদ্মৰঞ্জন বৰুৱা, শ্ৰীওবায়দল হক, শ্ৰীৰাধানাথ হাজৰিকা, শ্ৰীমতী সুপ্ৰভা গোস্বামী, শ্ৰীতোলনচন্দ্ৰ শইকীয়া, শ্ৰীমোক্ষদাপ্ৰসাদ বৰুৱা, শ্ৰীবিচিত্ৰনাৰায়ণ দত্ত বৰুৱা, শ্ৰীশৰৎ বৰা, শ্ৰীমতী দেৱবালা চলিহা, শ্ৰীমতী সুৰলা হাজৰিকা, শ্ৰীমতী মালতী বৰুৱা।

## আৰ্থিক অনাটন

অসম সাহিত্য সভাই অসমীয়া ভাষা-সংস্কৃতিৰ প্ৰচাৰৰ অৰ্থে যিখিনি কৰিব লাগিছিল আৰু যিদৰে প্ৰকাশন আঁচনি আদি কাৰ্য্যকৰী কৰিব লাগিছিল, সেইভাৱে নিশ্চয় কৰিব পৰা নাই। আৰু এই অপাৰগতাৰ মূল কাৰণ হ'ল আৰ্থিক অনাটন। আন এটি কথাৰ প্ৰতি আমাৰ নিজৰে দৃষ্টি আকৰ্ষণ কৰিব লগীয়া হৈছে। ১৯৫৯-৬০ আৰু ১৯৬০-৬১ চনত প্ৰকাশন আঁচনি আৰু পৰ্ব্বত-ভৈয়ামৰ সাংস্কৃতিক প্ৰীতিবৃদ্ধিৰ আঁচনিৰ বাবে অসম চৰকাৰে কুৰি হেজাৰকৈ চল্লিশ হেজাৰ টকাৰ অনুদান দিছিল। আমি কাৰ্য্যভাৰ লোৱাৰ পিছত এই দুই আঁচনিৰ কাম ১৯৬১-৬২ চনত চলাই থাকিবৰ বাবে চৰকাৰক অনুদান পুনৰ দিবৰ বাবে আৱেদন কৰোঁ; ১৯৬১-ৰ ১৪ই মাৰ্চ্চ তাৰিখে সভাৰ ছজনীয়া এটি দলে মুখ্যমন্ত্ৰী প্ৰমুখ্যে চৰকাৰ পক্ষৰ আগত ১৯৬১-৬২ চনৰ প্ৰকাশন আঁচনি আৰু সাংস্কৃতিক প্ৰীতি-বৃদ্ধিৰ আঁচনি দুখন উত্থাপন কৰে। চৰকাৰৰ পক্ষৰপৰা জনোৱা হয় যে আঁচনিবোৰ চৰকাৰৰ আয়ব্যয়ক প্ৰস্তুত কৰা সময় অৰ্থাৎ অন্ততঃ আগষ্ট মাহৰ ভিতৰতে চৰকাৰৰ হাতত পৰিব লাগিছিল। গতিকে প্ৰতিজন প্ৰধান সম্পাদকে নিজৰ কাৰ্য্য-কালৰ বিষয়ে মাত্ৰ চিন্তা নকৰি অসম সাহিত্য সভাক এটি চিৰঞ্জীৱী অনুষ্ঠান-ৰূপে গণ্য কৰি পূৰ্ব্বৰ আৰু পিছৰ বছৰবোৰৰ কথা ভাবি অৰ্থ-সংস্থানৰ যত্ন কৰিব লাগিব। কিছুমান আঁচনিৰ পৌনঃপুনিক তাৎপৰ্য্য থাকিবই; যেনে পঢ়াশালি এখন স্থাপন কৰিলে তাক চৰকাৰৰ বা আনৰ হাতত গতাই নিদিয়া পৰ্য্যন্ত চলাই থাকিবলৈ ধনৰ চিন্তা কৰিবই লাগিব। গতিকে এজন সম্পাদক পিছৰ বছৰত থাকক-নাথাকক, সেই বছৰৰ বাবে এই পৌনঃপুনিক আঁচনিবোৰৰ বিষয়ে সংস্থানৰ অন্ততঃ যত্ন কৰি যোৱা উচিত হ'ব; নহ'লে সাহিত্য সভা কেতিয়াবা বিপদত পৰিব লগীয়া হ'ব পাৰে।



বৰ্ত্তমান বছৰত অৰ্থ-চিন্তাই আমাক বিশেষ প্ৰপীড়ন কৰাত আমি ৰাইজৰ ওচৰত ভিক্ষা বিচাৰি হাত পাতিবলৈ স্থিৰ কৰোঁ। সদাশয় অনেক লোকেই আমাৰ আৱেদন শুনি সাহিত্য সভাৰ পুঁজিলৈ দান আগ বঢ়াইছে। 'নতুন অসমীয়া' কাকতৰ গৰাকী-সকলৰ সৌজন্যত 'নতুন অসমীয়া অসম সাহিত্য পুজি' নামে এটি পুঁজি স্থাপন হৈছে।

## বিত্তীয় পৰিচালনা

অসম সাহিত্য সভাৰ পৰিচালনাৰ বিষয়ে নিয়মাৱলীত কেইবাটিও পৰিষ্কাৰ বিধি বান্ধি দিয়া আছে; কিন্তু কাৰ্য্যালয়ৰ অনুষ্টুপীয়া ৰূপৰ কাৰণেই হওক বা প্ৰধান সম্পাদকৰ কাৰ্য্যকাল চমু হৈ এই বিষয়ে চিন্তা কৰি ব্যৱস্থা ল'বৰ আৱশ্যকীয় সময়ৰ অভাৱৰ কাৰণেই হওক, খতিয়ান, ষ্টক বহী আৰু প্ৰত্যেক অক্ষয় পুঁজি আৰু দান পুঁজিৰ কেন্দ্ৰীয় কাৰ্য্যালয়ত হিছাপ ৰখা আদি কাৰ্য্য ১৯৬০-৬১ বিত্তীয় বছৰলৈকে হোৱা নাছিল। হিছাপ-পৰীক্ষকসকলৰ দুই-এজনে এই বিষয়লৈ আঙুলিয়াই দেখুৱাইছিল যদিও প্ৰতি প্ৰধান সম্পাদকৰ কাৰ্য্যকালৰ প্ৰায় শেষতহে হিছাপ-পৰীক্ষাৰ কাম হোৱাত বিষয়টো কাৰ্য্যকৰী কৰাত মহৎ অসুবিধা হৈছিল। এতিয়া সভাৰ এজন কাৰ্য্যালয় সচিব নিযুক্ত হোৱাত হিছাপ ৰখাৰ কামটো সিজন কৰ্ম্মচাৰীৰ দায়িত্বলৈ নিয়া উচিত হ'ব বুলি আমাৰ ভাব হয়; নহলে সকলো প্ৰধান সম্পাদক হিছাপ-বিজ্ঞান-শিক্ষা-প্ৰাপ্ত হ'ব বুলি যেতিয়া আশা কৰা নাযায়, সভাৰ হিছাপ আৰু আয়-ব্যয়কৰ সঙ্গতি ৰক্ষা কৰা টান হ'ব বা কেতিয়াবা এই বিষয়ত বিভ্ৰাটৰ সৃষ্টি হোৱাৰো সম্ভাৱনা ৰৈ যায়। অৱশ্যে এই ব্যৱস্থা কৰাৰ আগতে কাৰ্য্যালয়-সচিব এজনক স্থায়ীৰূপে নিয়োগ দিব লাগিব।

বৰ্ত্তমান বছৰৰপৰা ( ১৯৬১-৬২ ) সভাৰ হিছাপ হিছাপ-বিজ্ঞান-সন্মত কৰি ৰাখিবৰ যত্ন কৰা হৈছে, আৰু সেইমতেই আয়ব্যয়ক প্ৰস্তুত কৰা হৈছে। এতিয়ালৈকে সভাৰ হিছাপ-বহীত নেদেখুওৱা

আচুতীয়া পুঁজিসমূহ আয়ব্যয়কৰ ভিতৰলৈ অনা হৈছে; সাধাৰণ আৰু অক্ষয় পুঁজি তাত ভাগ কৰি দেখুওৱা হৈছে; খতিয়ান-পদ্ধতিও প্ৰয়োগ কৰা হৈছে। এইবিলাকৰপৰা প্ৰধান সম্পাদকৰ কাৰ্য্যালয় আৰু কেন্দ্ৰীয় কাৰ্য্যালয়ৰো কাম যথেষ্ট বাঢ়িছে আৰু সেই বাবেই লাহে লাহে অধিক কৰ্ম্মচাৰীৰো আৱশ্যকতা হ'ব। কিন্তু বিপদ অহাৰ আগতে সভাই অৱস্থানুৰূপ ব্যৱস্থা লোৱা বাঞ্ছনীয়।

ছপা আদি কাম দিয়া সময়ত দৰপত্ৰ বিচৰা পদ্ধতি এই বছৰৰ-পৰা নিৰূপিত কৰিবৰ যত্ন কৰা হৈছে।

## অক্ষয় পুঁজি

কমলাদেৱী স্মাৰক পুঁজিৰ বাঢ়িৰ পুঁজিত ১৯৬১-৬২ ছনৰ প্ৰাৰম্ভণত ৮০৭.৬১ টকা উদ্বৃত্তৰূপে আছিল। এই পুঁজিৰপৰা উত্তৰ-পূব সীমান্ত অঞ্চলৰ সাধুকথাৰ এটি সংগ্ৰহ প্ৰকাশ কৰিবৰ কাৰণে কাৰ্য্য-নিৰ্ব্বাহক সমিতিয়ে মানস কৰিছে।

হৰিহৰ চৌধুৰী বঁটা পুঁজিৰপৰা পোৱা বাঢ়িৰে 'হৰিহৰ চৌধুৰী বঁটা ১৯৬১' ১৯৬১ ছনৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰৱেশিকা পৰীক্ষাত অসমীয়া বিষয়ত প্ৰথম হোৱা উত্তৰ-পূব সীমান্ত অঞ্চলৰ ছাত্ৰজনক দিয়া হ'ব। এতিয়াও বিশ্ববিদ্যালয়ৰপৰা ছাত্ৰজনৰ নাম পাব পৰা হোৱা নাই।

## চন্দ্ৰকান্ত অভিধান

যোৱা বাৰ্ষিক সম্মিলনৰ সময়ত চন্দ্ৰকান্ত অভিধানৰ দ্বিতীয় সংস্কৰণৰ ছপাৰ কাম চ-বৰ্গৰ মাজত আছিল অৰ্থাৎ প্ৰথম সংস্কৰণৰ চাৰি শ পিঠিৰ ওপৰলৈ উঠিছিল। এই বছৰটোত ছপা কাম যথেষ্ট বেগেৰে আগ বাঢ়িছে আৰু বৰ্ত্তমান প-বৰ্গৰ শেষৰ ফাল পাইছেহি অৰ্থাৎ প্ৰথম সংস্কৰণৰ আঠশ পিঠিৰ ওপৰ উঠিছে। বৰ্ত্তমান বেগত কাম চলিলে ১৯৬১ শেষ প্ৰান্তত নহ'লেও ১৯৬২-ৰ প্ৰাৰম্ভত অভিধানৰ ছপা কাম শেষ হ'ব বুলি আশা কৰা যায়।



## শৰৎচন্দ্ৰ গোস্বামী স্মৃতি পুঁজি

অসম সাহিত্য সভাৰ প্ৰথম প্ৰধান সম্পাদক আৰু সভাৰ এজন অন্যতম প্ৰতিষ্ঠাতা শৰৎচন্দ্ৰ গোস্বামীৰ নামত এটি দান-পুঁজি স্থাপন কৰিবলৈ কাৰ্য্য-নিৰ্ব্বাহক সমিতিৰ ২৯ ডিচেম্বৰ ১৯৬০ তাৰিখৰ অধিৱেশনে ঠিৰাং কৰে। বিভিন্ন শাখা-সভা আৰু স্বীকৃত সভাসমূহলৈ দান-সংগ্ৰহৰ অনুৰোধেৰে আৱেদন পঠোৱা হৈছিল। কিন্তু এই সংগ্ৰহৰ কাম আগ বঢ়া নাই বুলিলেই হয়।

## গুৱাহাটীত অসম সাহিত্য সভা সদন

গুৱাহাটী আজি অসমৰ সাংস্কৃতিক প্ৰাণ-কেন্দ্ৰ আৰু বাহিৰৰপৰা অহা সংস্কৃতি-প্ৰেমীসকলৰ কাৰণে অসমৰ দুৱাৰ-দলি। ইয়াত অসম সাহিত্য সভাৰ কাৰ্য্যালয় আৰু অতিথি-শালা আদিৰে এটি ঘৰ হোৱাৰ বাঞ্ছনীয়তা কেইবাবছৰৰোপৰা অনুভৱ কৰি অহা হৈছে। কিন্তু এই বিষয়ত বিশেষ আগ বাঢ়িব পৰা হোৱা নাছিল। বৰ্ত্তমানে অসম চৰকাৰৰ ওচৰত মাটিৰ বাবে আৰু ভাৰত চৰকাৰৰ ওচৰত গৃহ-নিৰ্ম্মাণৰ সাহায্যৰ বাবে নিৰূপিত আঁচনিৰে আৱেদন জনোৱা হৈছে। অসমৰ মুখ্যমন্ত্ৰী শ্ৰীবিমলাপ্ৰসাদ চলিহাদেৱে জনাইছে, অতি অলপতে আমাৰ ভূমি-অধিগ্ৰহণৰ ব্যৱস্থা সম্ভৱ হ'ব।

## অসমীয়া ভাষা-জ্ঞান প্ৰমাণ-পত্ৰ পৰীক্ষা

সৰ্ব্বসাধাৰণ লোকে, বিশেষকৈ অনা-অসমীয়া-ভাষীসকলে ঘৰতে পঢ়ি অসমীয়া ভাষাজ্ঞানৰ নিদৰ্শন-স্বৰূপে প্ৰমাণ-পত্ৰ পাব পৰা পৰীক্ষাৰ কাৰণে আৱশ্যকীয় নিয়মাৱলী গঠন কৰি অহা বছৰৰ প্ৰথম ভাগতে প্ৰাথমিক পৰীক্ষা লোৱাৰ আয়োজন কৰা হৈছে।

## বিবিধ

সভাৰ এজন আজীৱন সভ্য আৰু প্ৰাক্তন কাৰ্য্য-নিৰ্ব্বাহক সদস্য শ্ৰীপ্ৰেমধৰ ৰাজখোৱাক সেই সময়ৰ প্ৰধান সম্পাদকে কলিকতাত পুথি ছপা কৰাৰ দিহা কৰিবলৈ দিয়া টকাৰ ভিতৰত ১,৭৫০.০০

টকা শ্ৰীৰাজখোৱাই ঘূৰাই নিদিয়াত কাৰ্য্য-নিৰ্ব্বাহক সমিতিৰ নিৰ্দ্দেশ অনুযায়ী আদালতত গোচৰ তৰা হয়। যোৱা ২ মে ১৯৬১ তাৰিখে এই মোকৰ্দ্দমাৰ বিষয়ত যোৰহাটৰ ছাবৰ্ডিনেট্ জজৰ আদালতৰ ১৮ জানুৱাৰী ১৯৬১ তাৰিখৰ ২,০২৮.৫০ টকাৰ একতৰফা ডিক্ৰীৰ হুকুম পোৱা হয়। কাৰ্য্যনিৰ্ব্বাহক সমিতিৰ পৰামৰ্শতে সভাৰ পক্ষৰ উকীলক ডিক্ৰীজাৰিৰ ব্যৱস্থা হাতত ল'বলৈ দিয়া হৈছে।

দিল্লী বিশ্ববিদ্যালয়ত আন আধুনিক ভাৰতীয় ভাষাৰ দৰে অসমীয়া ভাষাৰো শিক্ষণৰ ব্যৱস্থা কৰাৰ যত্ন কৰিবলৈ অসম চৰকাৰক কাৰ্য্য-নিৰ্ব্বাহক সমিতিয়ে অনুৰোধ কৰে। অসমৰ মুখ্য-মন্ত্ৰীয়ে জনাইছে যে, এজন অসমীয়া অধ্যাপক দিবলৈ অসম চৰকাৰে স্থিৰ কৰিছে।

আকাশবাণীৰ গুৱাহাটী কেন্দ্ৰৰপৰা অসমত বসতি কৰা অসমীয়া ভাষা নজনা লোকৰ কাৰণে অসমীয়া শিকোৱা এটি স্থায়ী কাৰ্য্যসূচী স্থিৰ কৰিবলৈ আকাশবাণীৰ কৰ্ত্তৃপক্ষক অনুৰোধ কৰা হৈছিল। এই বিষয়ত অসমৰ মুখ্যমন্ত্ৰীয়ে কেন্দ্ৰীয় মন্ত্ৰী ডক্টৰ বি. ভি. কেশকৰৰ লগত আলোচনা কৰি আমাক সাহায্য কৰি আছে।

## কাৰ্য্য-নিৰ্ব্বাহক সমিতিৰ অধিৱেশন

১৯৬০ ছনৰ ২৯ অক্টোবৰ দিনা দিনৰ বেলা বহা অসম সাহিত্য সভাৰ মুকলি অধিৱেশনত নিৰ্ব্বাচিত কাৰ্য্য-নিৰ্ব্বাহক সমিতিৰ এখনি প্ৰাথমিক অধিৱেশন সিদিনা সন্ধিয়াতে পতা হয়। ২৮ ডিচেম্বৰ তাৰিখে আমি কাৰ্য্যভাৰ গ্ৰহণ কৰোঁ। ২৯ ডিচেম্বৰ তাৰিখে সমিতিৰ প্ৰথম অধিৱেশন চন্দ্ৰকান্ত সন্দিকৈ ভৱনত বহুওৱা হয়। এই অধিৱেশনত পঁচিশটি বিভিন্ন বিষয়ৰ আলোচনা আৰু সিদ্ধান্ত গ্ৰহণ হয়। ১৯৬১ ছনৰ ২৪ আৰু ২৫ জুন তাৰিখে গুৱাহাটীৰ জিলা গ্ৰন্থাগাৰত সমিতিৰ দ্বিতীয় অধিৱেশন বহে। অধুনাবিখ্যাত শাস্ত্ৰী-সূত্ৰ আলোচনা কৰা এই অধিৱেশনৰ গুৰুত্বপূৰ্ণ বিষয় আছিল। বৈঠকটিত ৫৬-টি বিষয়ৰ আলোচনা আৰু সিদ্ধান্ত গ্ৰহণ হয়। সমিতিৰ



তৃতীয় অধিৱেশন গুৱাহাটীত ২০ ছেপ্টেম্বৰ তাৰিখে বহে। এই বৈঠকত ৩৭টি বিষয়ৰ আলোচনা আৰু সিদ্ধান্ত গ্ৰহণ হয়। চতুৰ্থ অধিৱেশন গোৱালপাৰাত ২৯-৩০ অক্টোবৰ তাৰিখে বহে আৰু পঁচিশটি বিষয়ৰ আলোচনা আৰু সিদ্ধান্ত কৰে। বছৰৰ মাজ ভাগত অসম সাহিত্য সভা পত্ৰিকাৰ সম্পাদক ডক্টৰ সত্যেন্দ্ৰনাথ শৰ্ম্মাই শাৰীৰিক অসুস্থতাবশতঃ পদত্যাগ কৰাত শ্ৰীযতীন্দ্ৰনাথ গোস্বামী বিংশ বছৰৰপৰা পত্ৰিকাৰ সম্পাদক নিযুক্ত হয় আৰু শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰীক কাৰ্য্য-নিৰ্ব্বাহক সমিতিত নতুন সদস্যৰূপে নিৰ্ব্বাচন কৰা হয়। সভাৰ কাৰ্য্য-নিৰ্ব্বাহক সমিতিৰ আন এগৰাকী সদস্য শ্ৰীবিশ্বনাথ ৰাজবংশীৰ মৃত্যুত শ্ৰীবিপিনচন্দ্ৰ ৰাজবংশীক সদস্য নিৰ্ব্বাচন কৰা হয়।

## সামৰণি

আমাৰ বাচ্য-বক্তব্যেৰে আপোনালোকক বহুত পৰ আমনি দিয়া হ'ল। এতিয়া সামৰোঁ। তাৰ আগতে আমাক হাতে-কামে লাগি আৰু নানা দিহা-পৰামৰ্শেৰে সততে সহায় কৰা বাবে কাৰ্য্য-নিৰ্ব্বাহক সমিতিৰ সদস্যসকলৰ বাহিৰেও প্ৰাক্তন সভাপতি শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা, শ্ৰীৰঘুনাথ চৌধাৰী আৰু শ্ৰীঅম্বিকাগিৰী ৰায় চৌধুৰী, প্ৰাক্তন কোষাধ্যক্ষ শ্ৰীনকুলচন্দ্ৰ ভূঞা, 'নতুন অসমীয়া'ৰ সম্পাদক শ্ৰীহৰেন্দ্ৰনাথ বৰুৱা, 'অসম বাণী'ৰ সম্পাদক শ্ৰীসতীশচন্দ্ৰ কাকতীক সভাৰ পক্ষৰপৰা কৃতজ্ঞতা জ্ঞাপন কৰোঁ। অধ্যাপক শ্ৰীখগেন্দ্ৰনাথ শইকীয়াই হিছাপ-ৰক্ষণৰ এটি দৃঢ় ৰূপ দিবলৈ কৰা আমাৰ যত্নত সহায় কৰা বাবে আমাৰ শলাগৰ পাত্ৰ। তদুপৰি আৰ্থিক সাহায্যৰ বাহিৰেও নিলগৰেপৰা আমাক দুই-এটি আৱশ্যকীয় পৰামৰ্শ দিয়া বাবে আমি আমাৰ এগৰাকী প্ৰাক্তন সভাপতি শ্ৰীকৃষ্ণকান্ত সন্দিকৈদেৱৰ ওচৰত বিশেষ ঋণী।

অহা ১৭ ডিচেম্বৰ তাৰিখে অসম সাহিত্য সভাৰ বয়স ৪৪ বছৰ পূৰ হ'ব। চৌচল্লিশ-বছৰীয়া এই অনুষ্ঠানটি আজি শক্তিশালী আৰু ৰাজ্যৰ আৰু বাহিৰৰ শ্ৰদ্ধানুৰাগভাজন এটি প্ৰতিষ্ঠানত পৰিণত

হৈছে। ইয়াৰ দুকুৰি চাৰি বছৰৰ ইতিহাস কাতিমহীয়া লুইতৰ বুকুত পালতৰা নাও ধীৰেৰে ভটীয়নী সোঁতত আগ বঢ়াৰ দৰে বাঢ়িব পৰা নাই। বহুতো বতাহ-ধুমুহা-ধল ইয়াৰ তলিয়ে, বুকে, মূৰৰ ওপৰে বেগেৰে বৈ গৈছে। কিন্তু সাহিত্য সভা আজিও স্থিৰ হৈ বৈ গৈছে আৰু আগলৈও ৰ'ব। ই দলগত, ৰাজনৈতিক কিম্বা সাম্প্ৰদায়িক অনুষ্ঠান নহয়। কাকো আঁতৰাই নপঠাই সকলোকে সামৰাৰ আদৰ্শ আমাৰ সভাই পাহৰিব নালাগে।

কাছাৰ অঞ্চলত অসমীয়া পঢ়াশালি আৰু গ্ৰন্থাগাৰৰ কাৰণে উঠা দাবী-পূৰণৰ কাৰণে চৰকাৰে নিৰ্দ্দিষ্ট এটি পন্থা অনতিবিলম্বে হাতত লোৱা উচিত। নহ'লে প্ৰশাসনীয় ভাষাৰ যোগে ৰাজ্যিক একীকৰণৰ নীতি সাৰ্থক নহ'ব। এই বিষয়ত পাৰ্ব্বত্য জিলা-সমূহৰ ফালেও আমাৰ দৃষ্টি হেৰাব নালাগিব।

আৰু এটি কথা। আমাৰ সভাৰ দুৰ্ব্বল আৰ্থিক অৱস্থাৰ হেতুকে আমি ৰাইজৰ সমুখত ভিখাৰীৰ জোলোঙা পাতিছো। অসমীয়া ভাষা, সাহিত্য আৰু সংস্কৃতিক ভাল পোৱা সকলোৱেই যেন তাত খুদ-কণ একোটা হ'লেও পেলায়, ইয়াকে কামনা আৰু প্ৰাৰ্থনা কৰিলো।

আপোনালোকৰ ওচৰত এটা বছৰে লগোৱা খোৱাৰ খোজে পতি অপৰাধ আৰু আজি এতেপৰে দিয়া আমনি, দুয়োটাৰ বাবেই ক্ষমা পামনে ?

গোৱালপাৰা
৩০ অক্টোবৰ ১৯৬১

**মহেশ্বৰ নেওগ,**
প্ৰধান সম্পাদক,
অসম সাহিত্য সভা

গৃহীত।
**শ্ৰীত্ৰৈলোক্য গোস্বামী**
৩১।১০।৬১
সভাপতি

# সম্মিলনত গৃহীত প্ৰস্তাৱ

## শোক-প্ৰকাশ

১। অসম সাহিত্য সভাৰ গোৱালপাৰাত বহা দ্বিতীয় বাৰ্ষিক সন্মিলনৰ সভাপতি শ্ৰীচন্দ্ৰধৰ সাহিত্যৰত্নদেৱৰ মৃত্যুত অসম সাহিত্য সভাই গভীৰ দুখ প্ৰকাশ কৰে আৰু শোকসন্তপ্ত পৰিয়াললৈ সমবেদনা জ্ঞাপন কৰে।

সভাপতিৰ আসনৰপৰা
**শ্ৰীত্ৰৈলোক্য গোস্বামী**
সভাপতি
৩১।১০।৬১

২। শ্ৰীদুৰ্গেশ্বৰ শৰ্ম্মা, শ্ৰীইন্দ্ৰেশ্বৰ বৰঠাকুৰ, শ্ৰীবিশ্বনাথ ৰাজবংশী, শ্ৰীবিপিনচন্দ্ৰ বৰুৱা, শ্ৰীমতী সৰিতা দেৱী, শ্ৰীদেৱেন্দ্ৰনাথ বৰুৱা, শ্ৰীৰামৰাজা সিংহ, ডাক্তৰ ইমকংলিবা আও, শ্ৰীভূপতিমোহন চৌধুৰী, শ্ৰীদেৱদত্ত গোস্বামী, শ্ৰীসৰ্ব্বানন্দ ৰায়, শ্ৰীভোলানাথ কাকতী, শ্ৰীশশীভূষণ ফৌজদাৰ, শ্ৰীঅমৰসিং ৰাজা আৰু শ্ৰীৰামবসন সিঙ্গৰ মৃত্যুত অসম সাহিত্য সভাৰ এই ঊনত্ৰিংশ সম্মিলনে শোক প্ৰকাশ কৰে আৰু শোকসন্তপ্ত পৰিয়াললৈ সমবেদনা জনায়।

সভাপতিৰ আসনৰপৰা

## অসম শাসকীয় ভাষা অধিনিয়ম

৩। অসম সাহিত্য সভাৰ এই ঊনত্ৰিংশ সম্মিলনে অসম শাসকীয় ভাষা অধিনিয়ম ১৯৬০ আৰু অসম শাসকীয় ভাষা

( সংশোধন ) বিল ১৯৬১-ৰ আলোচনা কৰি সমগ্ৰ অসম জুৰি প্ৰশাসনীয় ভাষা অসমীয়াৰ বিস্তৃতি কোনো কোনো ক্ষেত্ৰত সঙ্কুচিত হোৱাত দুখ প্ৰকাশ কৰে আৰু অধিনিয়মখনি পূৰ্ণাঙ্গ আৰু সংবিধান-সম্মত কৰিবৰ উদ্দেশ্যে ভাষাগত সংখ্যালঘুসকলৰ ৰক্ষণাৱেক্ষণৰ দিহা ৰাখি অসমীয়া ভাষা সমগ্ৰ অসমৰ শাসকীয় ভাষা-ৰূপে প্ৰৱৰ্ত্তন কৰিবলৈ অসম চৰকাৰৰ ওচৰত দাবী জনায়।

সভাপতিৰ আসনৰপৰা

**কীৰ্ত্তিচিহ্ন-সংৰক্ষণ**

৪। অসমৰ বুৰঞ্জীমূলক কীৰ্ত্তিচিনসমূহ সংৰক্ষণ কৰিবৰ বাবে অসম সাহিত্য সভাই জনোৱা দাবী অনুযায়ী অসম চৰকাৰে আৱশ্যকীয় বিত্তীয় অনুদান আদিৰে অসংৰক্ষিত কীৰ্ত্তিচিন দুই-চাৰিটা মেৰামতি আৰু সংৰক্ষণৰ ব্যৱস্থা কৰিলেও সি সমুচিত হোৱা নাই ; আনপিনে এইদৰে দিয়া বিত্তীয় অনুদান আদি উপযুক্তভাৱে ব্যৱহাৰ নোহোৱাত অসম সাহিত্য সভাই দুখ প্ৰকাশ কৰে আৰু সংশ্লিষ্ট কৰ্তৃপক্ষক উপযুক্ত কাৰিকৰী অৰ্হতাসম্পন্ন লোক নিয়োগ কৰি উক্ত বুৰঞ্জীমূলক কীৰ্ত্তিচিনসমূহ বৈজ্ঞানিক পদ্ধতিৰে সংৰক্ষণ কৰিবলৈ ইতিমধ্যে প্ৰতিষ্ঠাপিত হোৱা প্ৰত্নতত্ত্ব বিভাগৰ যোগেদি আৱশ্যকীয় ব্যৱস্থা ল'বলৈ অসম চৰকাৰক অনুৰোধ জনায়।

প্ৰস্তাৱক—শ্ৰীবেণুধৰ শৰ্ম্মা
সমৰ্থক—শ্ৰীভগগিৰী ৰায়চৌধুৰী

**নিয়মাৱলী-পুনঃপ্ৰণয়ন**

৫। বিভিন্ন অনুষ্ঠানৰপৰা অহা নিয়মাৱলী-সংশোধনৰ প্ৰস্তাৱ-সমূহ আলোচনা কৰি অসম সাহিত্য সভাৰ সমস্ত নিয়মাৱলীখন পুনঃ প্ৰণয়ন কৰিবৰ কাৰণে তলত নাম দিয়া সকলেৰে এখনি



নিয়মাৱলী সমিতি গঠন কৰা হওক : (১) সভাপতি, (২) প্ৰধান সম্পাদক, (৩) শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা, (৪) শ্ৰীখনীন্দ্ৰচন্দ্ৰ বৰুৱা, (৫) শ্ৰীনৱেন্দ্ৰনাথ শৰ্ম্মা ( আহ্বায়ক ), (৬) শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী, আৰু (৭) শ্ৰীমহেশচন্দ্ৰ দেৱ গোস্বামী।

প্ৰস্তাৱক—শ্ৰীগোলোকচন্দ্ৰ বৰুৱা
সমৰ্থক—শ্ৰীশিৱপ্ৰসাদ বৰুৱা

**শ্ৰীত্ৰৈলোক্য গোস্বামী**
সভাপতি
১।১১।৬১

# অসম

## ১৯৬০-৬১ ছনৰ

১ এপ্ৰিল ১৯৬০-ৰপৰা

**জমা**

| | | |
|---|---|---|
| আৰম্ভণী উদ্বৃত্ত ঃ | | |
| নগদ ঃ কেন্দ্ৰীয় কাৰ্য্যালয় | ২১৯·৭০ | |
| অসম সাহিত্য সভা পত্ৰিকা ঃ | | |
| কেন্দ্ৰীয় কাৰ্য্যালয় | ২৭·৫২ | |
| পত্ৰিকা সম্পাদকৰ হিছাপ | ১,২০০·০০ | ১,৪৪৭·২২ |
| বেঙ্ক ঃ অসম কো-অপাৰেটিভ | | |
| এপেক্স বেঙ্ক, যোৰহাট | ১,১১১·৩৮ | |
| ষ্টেট্ বেঙ্ক্ অব্ ইণ্ডিয়া, যোৰহাট | ৫,০০০·৬২ | |
| ষ্টেট্ অফিচ ছেভিংছ্ বেঙ্ক, যোৰহাট | ২১৩·৫৭ | |
| পষ্ট অফিচ্ ছেভিংছ্ বেঙ্ক, গুৱাহাটী | ৩১৮·০৯ | ৬,৬৪৩·৬৬ |
| বেঙ্কৰ জমাৰ বাঢ়ি ঃ | | |
| সাধাৰণ হিছাপ | | ৭৬·৮৫ |
| ৰাজ্যিক চৰকাৰী অনুদান বাৰ্ষিক | | ১৬,০০০·০০ |
| বৰঙণি ঃ | | |
| শাখা সভা | ৪,১৯৬·১০ | |
| স্বীকৃত সভা | ১৩০·০০ | |
| আজীৱন সভ্য( ভৰ্ত্তি ) | ৪·০০ | |
| পোনপটীয়া সভ্য | ৬·০০ | ৪,৩৩৬·১০ |
| | | ২৮,৫০৩·৮৩ |

# সাহিত্য সভা

## জমা-খৰচৰ হিছাপ

৩১ মাৰ্চ্চ ১৯৬১-লৈ

**খৰচ**

| | | |
|---|---|---|
| দৰ্ম্মহা | | ২,৭৯২·৫৮ |
| ভ্ৰমণ-বানচ | | ৩,৫৬৪·৫৯ |
| ডাক আৰু তাঁৰ | | ১,৯৮৪·১৬ |
| পৰিৱহন | | ৩৩২·৪২ |
| খাজনা আৰু কৰ | | ২৩৬·৭৫ |
| আচবাব আৰু সঁজুলি | | ৭৩২·১৩ |
| লেখন-সামগ্ৰী আদি | | ১,১৪৯·৩৫ |
| মুদ্ৰণ আৰু প্ৰকাশন ঃ ক্ষুদ্ৰ মুদ্ৰণ | ৭৪১.৬২ | |
| সাধাৰণ প্ৰচাৰ | ৮৩০.০০ | ১,৫৭১·৬২ |
| সাধাৰণ প্ৰচাৰ ঃ বিজ্ঞাপন | | ৬৪৫·০০ |
| প্ৰকাশন ঃ | | |
| অসম সাহিত্য সভা পত্ৰিকা ঃ | | |
| কেন্দ্ৰীয় কাৰ্য্যালয় | ১,৮৯৩·৯০ | |
| সম্পাদকৰ হিছাপ | ১,১৫২.০৭ | ৩,০৪৫·৯৭ |
| গ্ৰন্থাগাৰ | | ১০০·০১ |
| ৰাধাকান্ত সন্দিকৈ তিথি-পালন | | ২৫·০০ |
| | | ১৬,১৭৯·৫৮ |

## জমা

| | | |
|---|---|---|
| পূৰ্ব্ব পৃষ্ঠাৰ মুঠ জমা | | ২৮,৫০৩·৮৩ |
| প্ৰকাশন-বিক্ৰী : সাধাৰণ | | ৬,৪৬২·২২ |
| প্ৰকাশন বিক্ৰী : | | |
| অসম সাহিত্য সভা পত্ৰিকা : | | |
| কেন্দ্ৰীয় কাৰ্য্যালয় | ২১৪·৬৬ | |
| পত্ৰিকা সম্পাদকৰ হিছাপ | ৪০·০০ | ২৫৪·৬৬ |
| বিবিধ : ৰাধাকান্ত সন্দিকৈ মূৰ্ত্তি-নিৰ্ম্মাণ-উন্মোচনৰ বাবে দান | ৩,৪৬২·০০ | |
| শ্ৰীৰাধানাথ ফুকন সম্বৰ্দ্ধনা সমিতিৰ দান | ৩৯৪·০- | |
| শাখা সভাৰ বৰঙণি আৰু প্ৰকাশন-বিক্ৰীৰ মিহলি | ১৩৭·০০ | |
| চন্দ্ৰকান্ত সন্দিকৈ ভৱনৰ ভাৰা | ১৫·০০ | |
| চন্দ্ৰকান্ত-ইন্দ্ৰকান্ত ন্যাস সমিতিৰ পুথি-বিক্ৰী | ৫২·০০ | ৪,০৬০·০৮ |
| বিশেষ পুঁজি | | |
| অক্ষয় পুঁজিৰ বাঢ়ি : দক্ষিণপাট অধিকাৰ গোস্বামী অক্ষয় পুঁজি | | ২৯৮·৩৭ |
| অক্ষয় পুঁজি : চন্দ্ৰকান্ত ইন্দ্ৰ-কান্ত সামাজিক সমাবোহ পুঁজি | | ৫০.০০ |
| চৰকাৰী অনুদান : অসম চৰকাৰ : ভাষাশিক্ষা সাংস্কৃতিক সমন্বয় | | ২০,০০০.০০ |
| | | ৫৯,৬২৯·১৬ |



## খৰচ

| | | |
|---|---|---|
| পূৰ্ব্ব পৃষ্ঠাৰ মুঠ খৰচ | | ১৬,১৭৯·৫৮ |
| বিবিধ : ৰাধাকান্ত সন্দিকৈ মূৰ্ত্তি-নিৰ্ম্মাণ আৰু উন্মোচন | ৩,৯১৯·০৬ | |
| হিছাপ-পৰীক্ষণ | ২৫০·০০ | |
| সমিতিৰ বৈঠক আদিৰ খৰচ | ৩৬·৬০ | |
| সভাপতিৰ ঐচ্ছিক খৰচ | ১৩০·০০ | |
| ন্যাস সমিতিৰ পুথি-ক্ৰয় | ১২·০০ | |
| বেঙ্কৰ খৰচ | ৮০·৩৪ | |
| অন্যান্য | ৪৪২·৪৫ | ৪,৮৭০·৪৫ |
| সামৰণী উদ্বৃত্ত : | | |
| নগদ : কেন্দ্ৰীয় কাৰ্য্যালয় | ৪৯৫·৮১ | |
| প্ৰধান সম্পাদকৰ কাৰ্য্যালয় | ১০৮·৫৫ | |
| অসম সাহিত্য সভা পত্ৰিকা : | | |
| কেন্দ্ৰীয় কাৰ্য্যালয় | ২১·১৮ | |
| পত্ৰিকা সম্পাদকৰ হিছাপ | ৮৭·৯৩ | ৭১৩·৪৭ |
| বেঙ্ক : অসম কো-অপাৰেটিভ এপেক্স বেঙ্ক, যোৰহাট | ২,৯২৬·২৮ | |
| অসম কো-অপাৰেটিভ এপেক্স বেঙ্ক, গুৱাহাটী | ৯,০০৬·০৮ | |
| ষ্টেট বেঙ্ক অব্ ইণ্ডিয়া, যোৰহাট | ৯,৬৫১·৫৭ | |
| পষ্ট অফিচ ছেভিংছ্ বেঙ্ক, যোৰহাট | ২৬১·২৯ | ২১,৮৪৫·২২ |
| কেন্দ্ৰীয় কাৰ্য্যালয়ৰ বাবে দিয়া সহ-কাৰী সম্পাদকৰ হাতে ৰোৱা | | ৩৫০·০০ |
| প্ৰাক্তন প্ৰধান সম্পাদকৰ হাতে ৰোৱা | | ১·৪৩ |
| | | ৪৩,৯৬০·১৫ |

**জমা**

| | | |
|---|---|---|
| পূৰ্ব্ব পৃষ্ঠাৰ মুঠ জমা | | ৫৯,৬২৯'১৬ |
| চৰকাৰী অনুদান : ভাৰত চৰকাৰ : সাংস্কৃতিক সম্পৰ্ক উন্নয়ন | | ৯,০০০.০০ |
| আজীৱন সভ্যৰ পুঁজি : চলিত বছৰৰ বৰঙণি | | ৫০০'০০ |
| হিছাপৰ পাৰ্থক্য | | ১০৮'৩৯ |
| | | ৬৯,২৩৭.৫৫ |

শ্ৰীত্ৰৈলোক্য গোস্বামী,
২৯।১০।৬১
সভাপতি

**খৰচ**

| | | |
|---|---|---|
| পূৰ্ব্ব পৃষ্ঠাৰ মুঠ খৰচ | | ৪৩,৯৬০'১৫ |
| বিশেষ পুঁজি : অক্ষয় পুঁজি : | | |
| হৰিহৰ চৌধুৰী বঁটা পুঁজি | ১,০০০'০০ | |
| আজীৱন সভ্যৰ পুঁজি | ৬,০০০'০০ | |
| অক্ষয় পুঁজিৰ বাঢ়ি পুঁজি : | | |
| দক্ষিণপাট অধিকাৰ গোস্বামী অক্ষয় পুঁজি বাঢ়ি পুঁজি | ৫৯৬'০০ | |
| চন্দ্ৰকান্ত-ইন্দ্ৰকান্ত সামাজিক সমাৰোহ পুঁজি বাঢ়ি পুঁজি | ৪৯'০০ | |
| কমলাদেৱী স্মাৰক পুঁজি বাঢ়ি পুঁজি | ১,০১৬'০০ | |
| চৰকাৰী অনুদান : অসম চৰকাৰ : ভাষাশিক্ষা আৰু সাংস্কৃতিক সমন্বয় আঁচনি | ৬,৭৬০'১২ | |
| চৰকাৰী অনুদান : অসম চৰকাৰ : প্ৰকাশন আঁচনি ( পত্ৰিকাৰ হিছাপ এৰি ) | ৯,৫৮৬'২৮ | |
| চৰকাৰী অনুদান : ভাৰত চৰকাৰ : সাংস্কৃতিক সম্পৰ্ক-উন্নয়ন আঁচনি | ৭০'০০ | ২৫,০৭৭'৪০ |
| দানৰ পুঁজি : ৰাধাকান্ত সন্দিকৈ স্মৃতি পুঁজিলৈ দান | | ২০০'০০ |
| | | ৬৯,২৩৭'৫৫ |

**মহেশ্বৰ নেওগ,**
প্ৰধান সম্পাদক,
অসম সাহিত্য সভা

## অসম সাহিত্য সভা

## ১৯৬০-৬১ ছনৰ বিশেষ পুঁজিৰ হিছাপ

### অক্ষয়

#### দক্ষিণপাট অধিকাৰ

| | |
|---|---|
| সামৰণী উদ্বৃত্ত ( চৰকাৰী ৪% ঋণপত্র ১৯৬০-৭০ ) | ৫,০০০·০০ |
| | ৫,০০০·০০ |

#### চন্দ্রকান্ত-ইন্দ্রকান্ত

| | |
|---|---|
| সামৰণী উদ্বৃত্ত ( ৰিজাৰ্ভ বেঙ্ক অব্ ইণ্ডিয়া, কলিকতা, স্থায়ী জমা ) | ১৭,৪০০·০০ |
| | ১৭,৪০০·০০ |

#### চন্দ্রকান্ত-ইন্দ্রকান্ত স্মাৰক

| | |
|---|---|
| সামৰণী উদ্বৃত্ত অসম কো-অপাৰেটিভ এপেক্স বেঙ্ক যোৰহাট, স্থায়ী জমা ) | ১,৫৫০·০০ |
| | ১,৫৫০·০০ |

#### কমলাদেৱী

| | |
|---|---|
| সামৰণী উদ্বৃত্ত ( অসম কো-অপাৰেটিভ এপেক্স বেঙ্ক যোৰহাট, স্থায়ী জমা ) | ২,০০০·০০ |
| | ২,০০১·০০ |

#### হৰিহৰ চৌধুৰী

| | |
|---|---|
| সামৰণী উদ্বৃত্ত ( অসম কো-অপাৰেটিভ এপেক্স বেঙ্ক যোৰহাট, স্থায়ী জমা ) | ১,০০০·০০ |
| | ১,০০০·০০ |

### পুঁজি

#### গোস্বামী অক্ষয় পুঁজি

| | |
|---|---|
| মূল পুঁজি | ৫,০০০·০০ |
| | ৫,০০০·০০ |

#### স্মাৰক পুঁজি

| | |
|---|---|
| মূল পুঁজি | ১৭,৪০০·০০ |
| | ১৭,৪০০·০০ |

#### সামাজিক সমাৰোহ পুঁজি

| | |
|---|---|
| মূল পুঁজি | ১,৫৫০·০০ |
| | ১,৫৫০·০০ |

#### স্মাৰক পুঁজি

| | |
|---|---|
| মূল পুঁজি | ২,০০০·০০ |
| | ২,০০০·০০ |

#### বঁটা পুঁজি

| | |
|---|---|
| সাধাৰণ পুঁজিৰপৰা পৃথক কৰি অনা মূল পুঁজি | ১,০০০·০০ |
| | ১,০০০·০০ |

আজীৱন

| | |
|---|---|
| সামৰণী উদ্বৃত্ত | |
| ( গুৱাহাটী ডাকঘৰ, নেচনেল ছেভিংছ্ চাৰ্টিফিকেট ) | ৫,০০০·০০ |
| ( অসম কো-অপাৰেটিভ এপেক্স বেঙ্ক, যোৰহাট, স্থায়ী জমা | ৬,০০০·০০ |
| সাধাৰণ পুঁজি | ৫০০·০০ |
| | ১১,৫০০·০০ |

অক্ষয় পুঁজিৰ

দক্ষিণপাট অধিকাৰ গোস্বামী

| | |
|---|---|
| সামৰণী উদ্বৃত্ত ( যোৰহাট ডাকঘৰ ছেভিংছ্ বেঙ্ক ) | ৮৯৪·২৪ |
| | ৮৯৪·২৪ |

চন্দ্ৰকান্ত-ইন্দ্ৰকান্ত

| | |
|---|---|
| চন্দ্ৰকান্ত সন্দিকৈ ভৱনৰ মেৰামতি | ৬০৬·৬৮ |
| সামৰণী উদ্বৃত্ত ( যোৰহাট ডাকঘৰ ছেভিংছ্ বেঙ্ক ) হাতে জমা | ৬৯২·৬৩ |
| | ১,২৯৯·৩১ |

চন্দ্ৰকান্ত-ইন্দ্ৰকান্ত স্মাৰক সামাজিক

| | |
|---|---|
| সাধাৰণ পুঁজিলৈ সমাৰোহৰ বাবে নিয়া | ৫০·০০ |
| সামৰণী উদ্বৃত্ত ( যোৰহাট ডাকঘৰ ছেভিংছ্ বেঙ্ক ) | ৮৭·৩৬ |
| | ১৩৭·৩৬ |

কমলাদেৱী স্মাৰক

| | |
|---|---|
| উদয়াচলৰ সাধু-প্ৰকাশ | ১,১২০·০০ |
| সামৰণী উদ্বৃত্ত ( যোৰহাট ডাকঘৰ ছেভিংছ্ বেঙ্ক ) | ৮০৭·৬১ |
| | ১৯২৭·৬১ |

বিশেষ পুঁজিৰ হিছাপ

সভ্যৰ পুঁজি

| | |
|---|---|
| মূল পুঁজি | ৫,০০০·০০ |
| সাধাৰণ পুঁজিৰপৰা পৃথক কৰি অনা মূল পুঁজি | ৬,০০০·০০ |
| চলিত বছৰৰ বৰঙণি | ৫,০০·০০ |
| | ১১,৫০০·০০ |

বাঢ়ি পুঁজি

অক্ষয় পুঁজিৰ বাঢ়ি পুঁজি

| | |
|---|---|
| আৰম্ভণী উদ্বৃত্ত | ২৯০·৯৯ |
| চলিত বছৰৰ মূল পুঁজি আৰু বাঢ়ি পুঁজিৰ বাঢ়ি | |
| ( সাধাৰণ পুঁজিৰ যোগেদি অনা বাঢ়ি ৫৯৬·০০ ) | ৬০৩·২৫ |
| | ৮৯৪·২৪ |

স্মাৰক পুঁজিৰ বাঢ়ি পুঁজি

| | |
|---|---|
| আৰম্ভণী উদ্বৃত্ত * | ৬৫২·২৯ |
| ( হাতে জমা ) * | |
| চলিত বছৰৰ মূল পুঁজি আৰু বাঢ়ি পুঁজিৰ বাঢ়ি | ৬৪৭·০২ |
| | ১,২৯৯·৩১ |

সমাৰোহ পুঁজিৰ বাঢ়ি পুঁজি

| | |
|---|---|
| আৰম্ভণী উদ্বৃত্ত | ১৩৬·০০ |
| চলিত বছৰৰ বাঢ়ি পুঁজিৰ বাঢ়ি | ১·৩৬ |
| | ১৩৭·৩৬ |

পুঁজিৰ বাঢ়ি পুঁজি

| | |
|---|---|
| আৰম্ভণী উদ্বৃত্ত | ৯০১·০৯ |
| সাধাৰণ পুঁজিৰপৰা পৃথক কৰি অনা | ১,০১৬·০০ |
| চলিত বছৰৰ বাঢ়ি পুঁজিৰ বাঢ়ি | ১০·৫২ |
| | ১,৯২৭·৬১ |

১৯৬০-৬১ চনৰ

**চৰকাৰী**

অসম চৰকাৰ ঃ ভাষা শিক্ষা

| | |
|---|---|
| কাছাৰৰ পঢ়াশালি আৰু সাংস্কৃতিক সমন্বয় কাৰ্য্য | '৬,৭৬০'১২ |
| সামৰণী উদ্বৃত্ত ( সাধাৰণ পুঁজিত ) | ১৩,২৩৯'৮৮ |
| | ২০,০০০'০০ |

অসম চৰকাৰ ঃ

| | |
|---|---|
| অসম সাহিত্য সভা পত্ৰিকা ( সা. পুঁ. ) | ৩,০৪৫'৯৭ |
| পৱিত্ৰ অসম, অসমীয়া লোকগীতি সংগ্ৰহ, কামিনীকান্ত-প্ৰকাশ, ভাষণাৱলী আৰু মোৰ জীৱন-সোঁৱৰণৰ প্ৰস্তুতি | ৯,৫৮৬'২৮ |
| | ১২,৬৩২'২৫ |

ভাৰত চৰকাৰ ঃ

| | |
|---|---|
| অসমৰ জনজাতি আৰু অসমৰ জনজাতীয় সাধুৰ প্ৰস্তুতি | ৭০'০০ |
| সামৰণী উদ্বৃত্ত | ৮৯৩০'০০ |
| | ৯,০০০'০০ |

**দানৰ**

**ৰাধাকান্ত সন্দিকৈ**

| | |
|---|---|
| সামৰণী উদ্বৃত্ত ( অসম কো-অপাৰেটিভ এপেক্স বেঙ্ক যোৰহাট ) | ৩'০৫৮'৭০ |
| | ৩'০৫৮'৭০ |

**শ্ৰীত্ৰৈলোক্য গোস্বামী,**
২৯|১০|৬১
সভাপতি

বিশেষ পুঁজিৰ হিছাপ

**অনুদান**

আৰু সাংস্কৃতিক সমন্বয় আঁচনি

| | |
|---|---|
| অনুদান | ২০,০০০'০০ |
| | ২০,০০০ ০০ |

প্ৰকাশন আঁচনি

| | |
|---|---|
| সাধাৰণ পুঁজিৰপৰা ঋণ | ১২,৬৩২'২৫ |
| | ১২,৬৩২'২৫ |

সাংস্কৃতিক সম্পৰ্ক উন্নয়ন আঁচনি

| | |
|---|---|
| অনুদান | ৯,০০০'০০ |
| | ৯,০০০'০০ |

পুঁজি

স্মৃতি পুঁজি

| | |
|---|---|
| আৰম্ভণী উদ্বৃত্ত | ২,৮২১'৮৬ |
| সাধাৰণ পুঁজিৰপৰা দান | ২০০'০০ |
| চলতি বছৰৰ বেঙ্কৰ বাঢ়ি | ৩৬'৮৪ |
| | ৩,০৫৮'৭০ |

**মহেশ্বৰ নেওগ,**
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

# অসম সাহিত্য সভা

## ১৯৬০-৬১ ছনৰ আয়-ব্যয়ৰ হিছাপ

### ব্যয়

| | | |
|---|---|---|
| দৰ্মহা | | ২,৭৯২·৫৮ |
| ভ্ৰমণ-বানচ আৰু পৰিবহন | | |
| ভ্ৰমণ-বানচ | ৩,৫৬৪·৫৯ | |
| পৰিবহন | ৩৩২·৪২ | ৩,৮৯৭·০১ |
| ডাক আৰু তাঁৰ | | ১,৯৮৪·১৬ |
| খাজনা আৰু কৰ | | ২৩৬·৭৫ |
| লেখন-সামগ্ৰী আদি | ১,১৪৯·৩৫ | |
| বাদ অৱশিষ্ট | ১০০·০০ | ১,০৪৯·৩৫ |
| মুদ্ৰণ আৰু প্ৰকাশন ঃ | | |
| ক্ষুদ্ৰ মুদ্ৰণ | ৭৪১·৬২ | |
| সাধাৰণ প্ৰকাশন | ৮৩০·০০ | ১,৫৭১·৬২ |
| অসম সাহিত্য সভা পত্ৰিকা | | ৩,০৪৫·৯৭ |
| সাধাৰণ প্ৰচাৰ ঃ বিজ্ঞাপন | | ৬৪৫·০০ |
| চৰকাৰী অনুদানৰপৰা আঁচনি | | |
| ভাৰত চৰকাৰ | ৭০·০০ | |
| অসম চৰকাৰ ঃ প্ৰকাশন | ৯,৫৮৬·২৮ | |
| অসম চৰকাৰ ঃ সাংস্কৃতিক | ৬,৭৬০·১২ | ১৬,৩৪৬·৪০ |
| ৰাধাকান্ত সন্দিকৈ তিথি-পালন | | ২৫·০০ |
| ৰাধাকান্ত সন্দিকৈ স্মৃতি পুঁজিলৈ দান | | ২,০০·০০ |
| ৰাধাকান্ত সন্দিকৈ মূৰ্ত্তি-নিৰ্ম্মাণ আৰু উন্মোচন | | ৩,৯১৯·০৬ |
| হিছাপ-পৰীক্ষণ | | ২৫০·০০ |
| ন্যাস সমিতিৰ পুথি-ক্ৰয় | | ১২·০০ |
| | | ৩৫,৯৭৪ ৯০ |

### আয়

| | | |
|---|---|---|
| ৰাজ্যিক বাৰ্ষিক চৰকাৰী অনুদান | | ১৬,০০০·০০ |
| চৰকাৰী অনুদান ঃ অসম চৰকাৰ ঃ সাংস্কৃতিক আঁচনি | ৬,৭৬০·১২ | |
| চৰকাৰী অনুদান ঃ ভাৰত চৰকাৰ ঃ | ৭০·০০ | ৬,৮৩০·১২ |
| সাধাৰণ প্ৰকাশন-বিক্ৰী | | ৬,৪৬২·২২ |
| অসম সাহিত্য সভা পত্ৰিকা বিক্ৰী | | ২৫৪·৬৬ |
| বিভিন্ন বিষয়ক দান ঃ | | |
| শ্ৰীৰাধাকান্ত সন্দিকৈ মূৰ্ত্তি-উন্মোচন | ৬,৪৬২·০০ | |
| শ্ৰীৰাধানাথ ফুকন সম্বৰ্দ্ধনা সমিতি | ৩৯৪·০৮ | ৩,৮৫৬·০৮ |
| ৰৱঙণি | | ৪,৩৩৬·১০ |
| ৰৱঙণি আৰু সাধাৰণ প্ৰকাশন-বিক্ৰী | | ১৩৭·০০ |
| চন্দ্ৰকান্ত সন্দিকৈ ভৱনৰ ভাৰা | | ১৫·০০ |
| চন্দ্ৰকান্ত-ইন্দ্ৰকান্ত ন্যাস সমিতিৰ পুথি-বিক্ৰী | | ৫২·০০ |
| সামৰণী ষ্টক ঃ কিতাপ, আচবাব আদি | ৪,৩২৮·০০ | |
| লেখন-সামগ্ৰী আদি | ১০০·০০ | ৪,৪২৮·০০ |
| বিভিন্ন পুঁজি আৰু বেঙ্কৰ জমাৰ বাঢ়ি | | ৪২৩·২২ |
| চন্দ্ৰকান্ত-ইন্দ্ৰকান্ত সামাজিক সমাৰোহ পুঁজি | | ৫০·০০ |
| | | ৪২,৮৪৪ ৪০ |

**ব্যয়**

| | | |
|---|---|---|
| [ পূৰ্ব্ব পৃষ্ঠাৰ মুঠ ব্যয় ] | | ৩৫,৯৭৪ ৯০ |
| সভাৰ যাৱতীয় খৰচ | | |
| বৈঠক আদি | ৩৬·৬০ | |
| সভাপতিৰ ঐচ্ছিক | ১৩০·০০ | |
| অন্যান্য | ৪৪২·০০ | ৬০৮·৬০ |
| বেঙ্কৰ খৰচ | | ৭৪·৪৪ |
| অক্ষয় পুঁজিৰ বাঢ়ি পুঁজি ঃ | | |
| চন্দ্ৰকান্ত-ইন্দ্ৰকান্ত সামাজিক সমাৰোহ | | ৪৯·০০ |
| চলিত বছৰৰ আয় ( আগৰ স্টক ধৰি ) | | ৬,১৩৭·৪৬ |
| | | ৪২,৮৪৪·৪০ |

**শ্ৰীত্ৰৈলোক্য গোস্বামী,**
সভাপতি
২৯।১১।৬০



**আয়**

| | |
|---|---|
| পূৰ্ব্ব পৃষ্ঠাৰ মুঠ আয় | ৪২,৮৪৪·৪০ |
| | ৪২,৮৪৪·৪০ |

**মহেশ্বৰ নেওগ,**
প্ৰধান সম্পাদক,
অসম সাহিত্য সভা

## অসম সাহিত্য সভা

### ১৯৬০-৬১ ছনৰ উদ্বৃত্ত-পত্ৰ

| ঋণ | | |
|---|---|---|
| আজীৱন সভ্যৰ বৰঙণি | | ১৩,৩০০·০০ |
| চলিত বছৰৰ আয় ( আগৰ ষ্টক ধৰি ) | | ৬,১৩৭·৪৬ |
| পূৰ্ব্বৰ আয় ( গ্ৰন্থাগাৰ আদিত নিহিত ) | | ২২,৩৭৮·২২ |
| অক্ষয় পুঁজি সমূহৰ বাবদ | | |
| দক্ষিণপাট অধিকাৰ গোস্বামী | | |
| অক্ষয় পুঁজি | ৫,০০০·০০ | |
| চন্দ্ৰকান্ত ইন্দ্ৰকান্ত স্মাৰক পুঁজি | ১৭,৪০০·০০ | |
| চন্দ্ৰকান্ত ইন্দ্ৰকান্ত স্মাৰক সামাজিক | | |
| সমাৰোহ পুঁজি | ১,৫৫০·০০ | |
| কমলাদেৱী স্মাৰক পুঁজি | ২,০০০·০০ | |
| হৰিহৰ চৌধুৰী বঁটা পুঁজি | ১,০০০·০০ | ২৬,৯৫০·০০ |
| বাঢ়ি পুঁজি-সমূহৰ মুঠ | | ২,৪৪২·১৮ |
| ৰাধাকান্ত সন্দিকৈ স্মৃতি পুঁজি | | ৩,০৫৮ ৭০ |
| অসম চৰকাৰৰ বিশেষ অনুদানৰ বাকী | | ১৩,২৩৯·৮৮ |
| ভাৰত চৰকাৰৰ অনুদানৰ বাকী | | ৮,৯৩০·০০ |
| | | ৯৬,৪৩৬·৪৪ |

| সম্পত্তি | | |
|---|---|---|
| বেঙ্ক জমা | | ২১,৮৪৫·২২ |
| নগদ | | ৭১১·৪৭ |
| আচবাব আৰু সঁজুলি | ৫,১৯৩·০০ | |
| চলিত বছৰৰ জমা | ৭৩২·১৩ | ৫,৯২৫·১৩ |
| ৰাধাকান্ত সন্দিকৈ স্মৃতি পুঁজিত জমা | | ৩,০৫৮·০০ |
| অক্ষয় পুঁজি-সমূহৰ বিনিধান | | ৪০,৩৯২·১৮ |
| সামৰণী ষ্টক | | ১৫,৯৫১·০০ |
| গ্ৰন্থাগাৰ | | |
| আগৰ মূল্য | ৮,০০০·০০ | |
| চলিত বছৰৰ যোগ | ১০০·০১ | ৮,১০০·০১ |
| লেখন-সামগ্ৰী আদিৰ ষ্টক | | ১০০·০০ |
| প্ৰাক্তন সম্পাদকৰ হাতত জমা | | ১·৪৩ |
| সহকাৰী সম্পাদকৰ হাতত জমা | | ৩৫০·০০ |
| | | ৯৬,৪৩৬·৪৪ |

**শ্ৰীত্ৰৈলোক্য গোস্বামী**
২৯।১০।১১
সভাপতি

**মহেশ্বৰ নেওগ**
প্ৰধান সম্পাদক
অসম সাহিত্য সভা

# সন্মিলনৰ চমু বিৱৰণ

গোৱালপাৰা নগৰত এইবাৰ বিৰাট আড়ম্বৰেৰে অনুষ্ঠিত অসম সাহিত্য সভাৰ ঊনত্ৰিংশ সন্মিলন কেইবাফালৰোপৰা তাৎপৰ্য্যপূৰ্ণ। গোৱালপাৰাত তৃতীয় বাৰৰ কাৰণে এই সন্মিলন বহে। এই নগৰত বহা প্ৰথম সন্মিলনৰ সভাপতি চন্দ্ৰধৰ বৰুৱা ডাঙৰীয়াৰ মৃত্যুৰ বতৰা বৰ্ত্তমান অধিৱেশনৰ আগে আগে মাথোন বিয়পি পৰে। ১৮৭৩ চনত অসমৰ পঢ়াশালি আৰু কাছাৰীত অসমীয়া ভাষা পুনঃপ্ৰতিষ্ঠিত হোৱা সময়তো সেই ভাষাৰ ব্যৱহাৰৰ অধিকাৰ নোপোৱা আৰু সিদিনা ৰাজ্য পুনৰ্গঠন আয়োগৰ সময়লৈকে প্ৰতিৱেশী ৰাজ্যই টনা-আঁজোৰা লগাই থকা গোৱালপাৰা জিলাৰ গোৱালপাৰা মহকুমাৰ সদৰত যি উৎসাহ-উদ্দীপনাৰে সাহিত্য সভাৰ ঊনত্ৰিংশ সন্মিলন উদ্‌যাপিত হ'ল, তাত যোগ দিওঁতা সকলোৰে মানসত নিশ্চয় সি মচিব নোৱাৰাকৈ অঙ্কিত থাকিব। উত্তৰ-পূব সীমান্তৰপৰা বিশেষ-ভাৱে নিমন্ত্ৰিত প্ৰতিনিধি, নগাভূমি আৰু কাছাৰৰপৰা অহা নৃত্য-গীতৰ দল আৰু স্থানীয় বড়োসকলৰ সদলবলে যোগদান সন্মিলনৰে এটি বিশেষ সৌষ্ঠৱ-স্বৰূপ হৈছিল। গোৱালপাৰাৰ লোকগীতিৰ পৰিৱেশনে সান্ধ্য অধিৱেশনক আহ্লাদ-মুখৰ কৰি তুলিছিল। বিভিন্ন অধিৱেশনত ইতিমধ্যে 'ক্লাছিক'ত পৰিণত হোৱা বেজবৰুৱা ( আমি অসমীয়া ), চন্দ্ৰকুমাৰ আগৰৱালা ( অসমা সুষমা ), অম্বিকাগিৰী ৰায়চৌধুৰী ( বন্দো কি ছন্দেৰে ) আৰু কীৰ্ত্তিনাথ বৰদলৈৰ ( আই সোণৰ অসম ) ৰচিত জাতীয় গীতি শ্ৰৱণাভিৰামকৈ তোলাও অভ্যৰ্থনা সমিতিৰ সুকৃতিৰ ভিতৰত এটি। গোৱালপাৰা নগৰকে কেন্দ্ৰ কৰি সমগ্ৰ মহকুমাৰ ৰাইজৰ আন্তৰিকতাপূৰ্ণ সহযোগিতাৰ ফলস্বৰূপে অভ্যৰ্থনা সমিতিয়ে যেনেভাৱে অভ্যৰ্থনাৰ প্ৰাচুৰ্য্যৰ



শ্ৰীৰূপনাথ ব্ৰহ্মদেৱে প্ৰদৰ্শনী মুকলি কৰি ভাষণ দিছে



আয়োজন কৰিলে, সিও আমাৰ পাহৰিব নোৱাৰা কথা। অমৃতভূষণ অধিকাৰীৰ নামত অমৃত-তোৰণ, প্ৰসন্নকুমাৰ ঘোষৰ নামত প্ৰসন্ন-তোৰণ আৰু নগেন্দ্ৰনাৰায়ণ চৌধুৰীৰ নামত নগেন্দ্ৰ-তোৰণ নিৰ্ম্মাণ কৰি আৰু মূল অধিৱেশন, সঙ্গীত আৰু বুৰঞ্জীৰ অধিৱেশনৰ বাহিৰেও গীত-নৃত্য-নাট্য-সমাৰোহ আৰু এখনি বহুমুখী প্ৰদৰ্শনীৰ আয়োজন কৰি অভ্যৰ্থনা সমিতিয়ে একালে গুণগ্ৰাহিতা আনফালে কৰ্ম্মশক্তিৰো পৰিচয় দিছিল।

৩০ অক্টোবৰ ১৯৬১ তাৰিখে গোৱালপাৰা নগৰ অসমৰ বিভিন্ন স্থানৰপৰা অহা প্ৰতিনিধি আৰু দৰ্শক আদিৰে ভৰি পৰে। সন্ধিয়া ছয় বজাৰপৰা গোৱালপাৰা হাই স্কুলত অসম সাহিত্য সভাৰ সভাপতি শ্ৰীত্ৰৈলোক্যনাথ গোস্বামীদেৱৰ সুদক্ষ সভাপতিত্বত বিষয়-বাছনি সভা বহে। পিছদিনা পুৱা সাত বজাত অলপ সময়ৰ বাবে সভাৰ এটি চমু অধিৱেশন বহিছিল।

৩১ অক্টোবৰৰ পুৱা আঠ বজাত সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ অসম-সঙ্গীতেৰে গগন-পৱন মুখৰিত কৰা গম্ভীৰ পৰিৱেশত বাইজৰ মাজত সম্মিলনৰ মণ্ডপৰ সমুখৰ পথাৰত সভাপতি শ্ৰীত্ৰৈলোক্যনাথ গোস্বামীদেৱে অসম সাহিত্য সভাৰ পতাকা উত্তোলন কৰি এটি সাৰগৰ্ভ চমু বক্তৃতা দিয়ে। ভাষণ-প্ৰসঙ্গত শ্ৰীগোস্বামী ডাঙৰীয়াই আজিৰ যুগত বিবিধ দিশত হোৱা উন্নতিৰ ক্ষিপ্ৰ গতিৰ পটভূমিত অসমৰো সাহিত্য, সংস্কৃতি, বিজ্ঞান, দৰ্শনৰ উন্নতি আৰু বিকাশ ক্ষিপ্ৰতৰ হ'ব বুলি আশা প্ৰকাশ কৰে। সাহিত্যিকসকলক তেখেতে সোঁৱৰাই দিয়ে, এই বাঞ্ছিত উন্নতিৰ যোগে অসমত বাস কৰা, অসমীয়াই হওক বা অনাঅসমীয়াই হওক, সকলোৰে মাজত প্ৰীতি আৰু স্নেহৰ ভাব গঢ়ি তোলা আজি আমাৰ সকলোৰে দায়িত্ব। পুৱা দহ বজাত মঙ্গলবাদ্য আৰু উৰুলি-ধ্বনিৰ মাজত অসম সাহিত্য সভাৰ বুৰঞ্জী অধিৱেশনৰ এগৰাকী প্ৰাক্তন সভাপতি শ্ৰীৰূপনাথ ব্ৰহ্মই প্ৰদৰ্শনী-টোলৰ দ্বাৰ উদ্‌ঘাটন কৰে। ৰুচিসম্পন্নভাৱে সজোৱা প্ৰদৰ্শনীৰ ৭৫টি কোঠাত সৰু-বৰ চৰকাৰী-বেচৰকাৰী বাইশটি

প্ৰতিষ্ঠানে নিজৰ সামগ্ৰীসমূহ প্ৰদৰ্শন কৰে। শ্ৰীব্ৰহ্ম ডাঙৰীয়াই বিভিন্ন কোঠাবোৰ এবাৰ পৰিদৰ্শন কৰি বিশেষভাৱে সজোৱা এটি মঞ্চৰপৰা এটি আৱেগময় ভাষণ দিয়ে। তেখেতে কয়, "অসম সাহিত্য সভাৰ সমুখত আজি এক গুৰু দায়িত্ব উপস্থিত হৈছে। অসমৰ বন-উপবন, পৰ্ব্বত-ভৈয়ামৰ দ্বাৰা বেষ্টিত অতীত কীৰ্ত্তি-ৰাজিত অসমৰ জাতীয় ঐক্য আৰু সংহতিৰ ভাব এতিয়াও নিহিত আছে। অসম সাহিত্য সভাই আশাশুধীয়া যত্ন আৰু গৱেষণাৰে অতীতৰ এই বিচ্ছিন্ন যোগসূত্ৰ পুনঃস্থাপন কৰিব লাগিব। মোৰ একান্ত কামনা, সভাই অসমৰ জাতি-জনজাতিৰ মাজৰ ঐক্য জগাই তোলক।"

বিয়লি দুই বজাৰ লগে লগে মূল অধিৱেশনৰ সভাপতি অধ্যক্ষ গোস্বামীদেৱক এটি সমদলে আগ বঢ়াই আনি মণ্ডপৰ সমুখ পোওৱাত বড়ো নৃত্য-গীতৰ শিল্পীসকলে ঐতিহ্যপূৰ্ণ এটি আনুষ্ঠানিক নৃত্যেৰে তেখেতক মঞ্চলৈকে আদৰি আনে। শ্ৰীঅম্বিকাগিৰী ৰায়চৌধুৰীৰ 'বন্দো কি ছন্দেৰে' গীতটিৰ পিছত অসম বিধান সভাৰ অধ্যক্ষ শ্ৰীমহেন্দ্ৰমোহন চৌধুৰী ডাঙৰীয়াই সন্মিলন উদ্বোধন কৰি ভাষণ দিওঁতে দেশ আৰু জাতিৰ সাংস্কৃতিক বিকাশ-সাধন আৰু ৰাষ্ট্ৰীয় সংহতি ৰক্ষা কৰি সেই বিকাশ আৰু সংহতিৰ পৰিপুষ্টি আৰু শ্ৰীবৃদ্ধিৰ ক্ষেত্ৰত সাহিত্যিকসকলৰ ওপৰত বিশেষত্ব দায়িত্ব আৰোপ কৰে। তেখেতে আশা কৰে, অসম সাহিত্য সভাই সময়ৰ এই আহ্বানত নিশ্চয় সঁহাৰি দি আগ বাঢ়ি আহিব। আমাৰ দেশৰ সাহিত্যিক-সকলৰ নিঃস্বল অৱস্থাৰ প্ৰতি লক্ষ্য ৰাখি অধ্যক্ষ চৌধুৰীয়ে কয়, "সাহিত্যৰ সাধন-ব্ৰতত চৰকাৰে সিসকলক যথোচিত সহায় সহ-যোগিতা দিয়া উচিত।" অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাৰ প্ৰস্তাৱ আৰু অভ্যৰ্থনা সমিতিৰ সভাপতি শ্ৰীখগেন্দ্ৰনাথ নাথৰ সমৰ্থনত মূল অধিৱেশনৰ সভাপতিৰূপে শ্ৰীত্ৰৈলোক্যনাথ গোস্বামীদেৱে আসন গ্ৰহণ কৰে আৰু অভ্যৰ্থনা সমিতিৰ সভাপতিয়ে বিপুল হৰ্ষধ্বনিৰ মাজত তেখেতক মাল্য প্ৰদান কৰে। কাৰ্য্য-সূচীৰ আৰম্ভতে শ্ৰীচন্দ্ৰধৰ বৰুৱা সাহিত্যৰত্নদেৱৰ মৃত্যুত শোক প্ৰকাশ কৰি এটি



প্ৰস্তাৱ গ্ৰহণ কৰা হয়, আৰু প্ৰধান সম্পাদক ডক্টৰ মহেশ্বৰ নেওগে সভাস্থলত উপস্থিত থকা প্ৰাক্তন সভাপতি-ত্ৰয়ীৰ শ্ৰীনীলমণি ফুকন আৰু শ্ৰীবেণুধৰ শৰ্ম্মা, প্ৰাক্তন শাখা সভাপতি শ্ৰীৰূপনাথ ব্ৰহ্ম, শ্ৰীপ্ৰফুল্লচন্দ্ৰ বৰুৱা আৰু শ্ৰীমানগোৱিন্দ চক্ৰৱৰ্ত্তী, উপসভাপতি শ্ৰীবিনন্দচন্দ্ৰ বৰুৱা, আৰু সীমান্তৰ প্ৰতিনিধি ছাত্ৰ শ্ৰীঅদাং লেগ আৰু শ্ৰীপাংকং লাংকামক সমজুৱাসকলৰ ওচৰত চিনাকি কৰি দিয়ে। অভ্যৰ্থনা সভাপতি শ্ৰীনাথ ডাঙৰীয়াই তেখেতৰ 'আদৰণী সম্ভাষণ' ( স্থানান্তৰত সন্নিৱিষ্ট ) পাঠ কৰে। প্ৰধান সম্পাদকে বিভিন্ন স্থানৰ ব্যক্তিসকলৰপৰা অহা আশীৰ্ব্বাণীসমূহ পঢ়ি শুনায়। সভাপতি শ্ৰীত্ৰৈলোক্যনাথ গোস্বামীদেৱে তেখেতৰ সুদীৰ্ঘ পাণ্ডিত্যপূৰ্ণ আৰু দিগ্‌দৰ্শক অভিভাষণ ( স্থানান্তৰত সন্নিৱিষ্ট ) পাঠ কৰে। প্ৰধান সম্পাদকে বাৰ্ষিক প্ৰতিৱেদন পাঠ কৰাৰ আৰু সৰ্ব্বসম্মতিক্ৰমে সেই প্ৰতিৱেদন গৃহীত হোৱাৰ পিছত 'অ' মোৰ আপোনাৰ দেশ'ৰে প্ৰথম মুকলি অধিৱেশন সমাপ্ত হয়।

সাঁজৰ ছয় বজাৰপৰা সঙ্গীত অধিৱেশন বহে। আৰম্ভণী গীতৰ ( শ্ৰীমতী নলিনীবালা দেৱীৰ নৱৰচিত "ৰঞ্জিত আজি" ) পিছত প্ৰধান সম্পাদকৰ প্ৰস্তাৱ আৰু অভ্যৰ্থনা সমিতিৰ সাধাৰণ সম্পাদক শ্ৰীহৰি-প্ৰসাদ গোস্বামীৰ সমৰ্থনত শ্ৰীপাৰ্ব্বতিপ্ৰসাদ বৰুৱা ডাঙৰীয়াই সভাপতিৰ আসন গ্ৰহণ কৰে। অভ্যৰ্থনা সমিতিৰ সাংস্কৃতিক বিভাগৰ উপসভাপতি ডাক্টৰ অন্নদাচৰণ দাসে এখনি আদৰণী অভিভাষণ পাঠ কৰাৰ অন্তত এটি গীতৰ পিছত সভাপতি শ্ৰীবৰুৱাদেৱে নিজে তেখেতৰ সুচিন্তিত আৰু সুমধুৰ অভিভাষণখনি (স্থানান্তৰত সন্নিৱিষ্ট) পঢ়িব নোৱাৰাত শ্ৰীনৰেন্দ্ৰনাথ শৰ্ম্মাই সিখনি পাঠ কৰি দিয়ে। অভ্যৰ্থনা সমিতিৰ সাংস্কৃতিক বিভাগৰ সম্পাদক শ্ৰীৰাজেন মজুমদাৰে সভাপতিলৈ শলাগৰ শৰাই দাঙি ধৰাৰ পিছত সঙ্গীত অধিৱেশনৰ সমাপ্তি হয়।

সাঁজৰ সাত বজাৰপৰা নৃত্য, গীত, অভিনয়ৰ বিচিত্ৰ কাৰ্য্যসূচীৰে সঙ্গীত-সমাৰোহ আৰম্ভ হয়।

১ নবেম্বৰৰ পুৱা আঠ বজাত বুৰঞ্জী অধিৱেশনৰ পাতনি মেলে কীৰ্ত্তিনাথ বৰদলৈ ৰচিত ‘আই সোণৰ অসম হে’ গীতটিয়ে। প্ৰধান সম্পাদকৰ প্ৰস্তাৱ আৰু অভ্যৰ্থনা সমিতিৰ সাধাৰণ সম্পাদকৰ সমৰ্থনমতে অসম সংগ্ৰহালয়ৰ অধ্যক্ষ শ্ৰীপ্ৰেমধৰ চৌধুৰীদেৱে সভাপতিৰ আসন গ্ৰহণ কৰে। তেখেতে সভাপতিৰ অভিভাষণত ( স্থানান্তৰত সন্নিৱিষ্ট ) অসমৰ প্ৰত্নতত্ত্বৰ বিভিন্ন দিশৰ চৰ্চ্চামূলক এটি আলোচনা দাঙি ধৰে আৰু অলপতে আৱিষ্কৃত হোৱা আৰু তেখেতেই পাঠ উদ্ধাৰ কৰা মহাৰাজ সুৰেন্দ্ৰবৰ্ম্মাৰ উমাচল লিপিৰ এটি চাব সভাস্থলত প্ৰদৰ্শন কৰে। উত্তৰ গুৱাহাটীৰ শ্ৰীৰমেশচন্দ্ৰ ৰৰকাকতীদেৱে ‘অষ্টাদশ-ঊনবিংশ শতাব্দীত প্ৰাগজ্যোতিষপুৰ’-শীৰ্ষক এটি প্ৰবন্ধ ( স্থানান্তৰত সন্নিৱিষ্ট ) পঢ়ি শুনায়।

বিয়লি দুই বজাত দ্বিতীয় মুকলি অধিৱেশন উদ্বোধন কৰে চন্দ্ৰকুমাৰ আগৰৱালাৰ ‘অসমা সুষমা কামৰূপা’ গীতটিৰ সমস্বৰ-ৰূপে। বিষয়-বাছনি সভাৰ দ্বাৰা গৃহীত চাৰিটি প্ৰস্তাৱ ( স্থানান্তৰত সন্নিৱিষ্ট) আৰু নাজিৰা সাহিত্য সভাৰ প্ৰতিনিধিসকলৰ দ্বাৰা উত্থাপিত ত্ৰিংশ সম্মিলনৰ নিমন্ত্ৰণৰ প্ৰস্তাৱ সৰ্ব্বসম্মতিক্ৰমে গৃহীত হয়। সভাপতিৰ অনুমতিক্ৰমে প্ৰাক্তন সভাপতি বাগ্মীবৰ শ্ৰীনীলমণি ফুকন ডাঙৰীয়াই এটি ভাষণ দি দেশৰ যুৱক-শক্তিক অসমীয়া ভাষা, সাহিত্য আৰু সংস্কৃতিৰ উন্নয়নত আত্মনিয়োগ কৰিবলৈ আহ্বান জনায়। আন দুগৰাকী প্ৰাক্তন সভাপতি শ্ৰীবেণুধৰ শৰ্ম্মা আৰু শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাদেৱেও সভাস্থসকলক সম্বোধন কৰে। ইসকলৰ বাহিৰে অভ্যৰ্থনা সমিতিৰ উপসভাপতি শ্ৰীভবেন্দ্ৰনাৰায়ণ সিংহ, মাৰ্ঘেৰিটাৰ শ্ৰীকুমগিটাং দোৱনীয়া, গোৱালপাৰাৰ আঠুগাঁৱৰ শ্ৰীৰূপচান্দ সিংহ, শ্ৰীমতী চন্দ্ৰপ্ৰভা শইকীয়ানী, শ্ৰীৰমণসিংহ মণিপুৰী, শ্ৰীঅম্বিকাচৰণ চৰকাৰ, শ্ৰীজুৰেন্দ্ৰচন্দ্ৰ নাথ, শ্ৰীগোবিন্দচন্দ্ৰ পৈৰা, শ্ৰীইন্দ্ৰেশ্বৰ পেগু, শ্ৰীঅমৃতভূষণ অধিকাৰী আৰু হাইলাকান্দি সাহিত্য সভাৰ সম্পাদক শ্ৰীআব্দুল কাহেৰ লস্কৰে একোটি বক্তৃতা দিয়ে। তেজুৰপৰা অহা শ্ৰীঅদাং লেগৰে প্ৰাঞ্জল অসমীয়াত এটি ভাষণত ( স্থানান্তৰত



শ্ৰীঅদাং লেগ আৰু শ্ৰীপাংকং লাংকামে সাহিত্য সভাৰ সাদৰ উপহাৰ গ্ৰহণ কৰিছে



সন্নিৱিষ্ট) অসমৰ আৰু সীমান্তৰ এবিধ নোৱাৰা সম্বন্ধৰ কথা গোঁৱৰাই দিয়ে, আৰু শ্ৰীপাংকং লাংকামে হুআষাৰমান কৈ আদি ভাষাৰ এটি গীত (স্থানান্তৰত সন্নিৱিষ্ট) গাই শুনায়। সামৰণী ভাষণত সভাপতি শ্ৰীগোস্বামীদেৱে গোৱালপৰীয়া ৰাইজক উৎসাহ, প্ৰযত্ন আৰু সহ-যোগিতাৰ যোগে সম্মিলনখনি স্মৰণীয় কৰি তোলা বাবে অভিবাদন জনায়। তেখেতে সাহিত্য সভাৰ সভ্যসকলক অসমীয়া সংস্কৃতি আৰু সাহিত্যৰ বাণী প্ৰচাৰ কৰিবলৈ আৰু নিজকে দৃঢ়প্ৰতিষ্ঠিত কৰিবলৈ আহ্বান জনায়। তেখেতে কয়, “আলস্যৰ বাধা ভাঙি আমি জীৱনৰ প্ৰকৃত প্ৰতিবিম্ব পৰা আৰু মনীষাৰ স্পৰ্শ থকা যুগজয়ী সাহিত্য সৃষ্টি কৰিব পাৰিব লাগিব। এক উচ্চ দৰ্শন আৰু কলা-সৃষ্টিৰ উৎকৃষ্টতম আদৰ্শৰ দ্বাৰা লেখকসকল অনুপ্ৰাণিত হ'ব লাগিব। আজিৰ দৰে কোনো যুগতেই নানা ঘাত-প্ৰতিঘাতৰ মাজে চলি অহা অসমে এদল প্ৰতিভাৱান লেখক দাবী কৰা নাই। কলাসৃষ্টিৰ জ্যোতি আৰু গৰিমাৰেহে অসমে ভাৰতীয় সাহিত্য-সংস্কৃতিৰ দিগন্তত এখনি স্থান পাবলৈ আশা কৰিব পাৰে।” প্ৰধান সম্পাদকে অসম সাহিত্য সভাৰ চেনেহৰ চিন-স্বৰূপে তেজুৰ ছাত্ৰ প্ৰতিনিধি দুজন শ্ৰীকুমগিটাং দোৱনীয়া আৰু অভ্যৰ্থনা সমিতিৰ সভাপতিৰ হাতত সভাৰ প্ৰকাশনৰ একোটি টোপোলা দিয়ে। শ্ৰীখগেন্দ্ৰনাথ নাথদেৱে অভ্যৰ্থনা সমিতিৰ হৈ সভাপতি আৰু প্ৰতিনিধিকে মুখ্য কৰি সৰ্ব্ব-জনলৈ ধন্যবাদ জনোৱাৰ অন্তত আৰু অধ্যাপক শ্ৰীমহেশচন্দ্ৰ দেৱ গোস্বামীয়ে প্ৰতিধন্যবাদ জ্ঞাপন কৰাৰ পিছত ৰাষ্ট্ৰীয় সঙ্গীতেৰে মুকলি সভাৰ সামৰণি মৰা হয়।

সন্ধিয়া সাত বজাৰপৰা সঙ্গীত-সমাৰোহ আৰম্ভ হয়। দুই দিনাৰ সঙ্গীত সন্ধিয়াতে কহিমা আৰু কাছাৰৰপৰা অহা দল দুটিৰ নৃত্য-গীত আদি বিশিষ্ট সম্পদ-স্বৰূপ আছিল।

# সন্মিলনলৈ সন্দেশ-বাণী

ভাৰতৰ নানা ঠাইৰপৰা বিশেষকৈ দিল্লীস্থ কেন্দ্ৰীয় মন্ত্ৰী আৰু ৰাজদূতাৱাসৰ কৰ্ম্মকৰ্ত্তাসকল, প্ৰাচ্যতত্ত্ববিদ পণ্ডিতসকল আন কি ৰাজনৈতিক ক্ষেত্ৰত অসমীয়া ভাষা-বিৰোধী লোকসকলৰপৰাও গোৱালপাৰাত বহা ঊনত্ৰিংশ সন্মিলন উপলক্ষ্যে আশীৰ্ব্বচন আৰু শুভেচ্ছাজ্ঞাপক বাণী এইবাৰ উপচি পৰিছিলহি। সন্দেশবাণী পঠোৱাসকলৰ নাম—ভাৰতৰ উপৰাষ্ট্ৰপতি ডক্টৰ সৰ্ব্বপল্লী ৰাধাকৃষ্ণণ, প্ৰধান মন্ত্ৰী শ্ৰীজৱহৰলাল নেহৰু, মন্ত্ৰী শ্ৰীবি. গোপাল ৰেড্ডী, শ্ৰীএছ্. কে. দে, ডক্টৰ বি. ভি. কেশকৰ, শ্ৰীকে. চি. ৰেড্ডী, ডক্টৰ পি. সুব্বাৰায়ন, শ্ৰীহাফিজ মহম্মদ ইব্ৰাহিম, উপমন্ত্ৰী শ্ৰীসতীশ চন্দ্ৰ, সংসদী সচিব শ্ৰীযোগেন্দ্ৰনাথ হাজৰিকা, প্ৰাক্তন মন্ত্ৰী ডক্টৰ হৰেকৃষ্ণ মহতাব, যুক্তৰাষ্ট্ৰৰ (ব্ৰিটিছ) হাই কমিছনৰ ছাৰ পল গৰ-বুথ, অষ্ট্ৰেলিয়াৰ হাই কমিছনৰ ইনফৰমেছন এটেচি মিঃ নৰ্ম্মাণ বাৰ্টলেট, বুলগেৰিয়াৰ ৰাষ্ট্ৰদূত মিঃ লুবোমিৰ প'পভ্ আৰু মিছেজ্ প'পভ্, কানাডাৰ হাই কমিছনৰ মিঃ ৰন্নিং আৰু মিছেজ্ ৰন্নিং; অসমৰ ৰাজ্যপাল জেনেৰেল এছ্. এম্. শ্ৰীনাগেশ, মাদ্ৰাজৰ ৰাজ্যপাল শ্ৰীবিষ্ণুৰাম মেধি, মহাৰাষ্ট্ৰৰ ৰাজ্যপাল শ্ৰীশ্ৰীপ্ৰকাশ, কেৰলৰ ৰাজ্যপাল শ্ৰীভি. ভি. গিৰি, মধ্যপ্ৰদেশৰ ৰাজ্যপাল শ্ৰীএইচ্. ভি. পাটস্কৰ; পঞ্জাবৰ ৰাজ্যপাল শ্ৰীএন্. ভি. গেড্‌গিল, উত্তৰ প্ৰদেশৰ প্ৰাক্তন ৰাজ্যপাল আৰু ভাৰতীয় বিদ্যাভৱনৰ সভাপতি ডক্টৰ কে. এম্. মুন্সী, অসমৰ মুখ্যমন্ত্ৰী শ্ৰীবিমলাপ্ৰসাদ চলিহা, মধ্য প্ৰদেশৰ মুখ্যমন্ত্ৰী ডক্টৰ কে. এন্. কাট্‌জু, উত্তৰ প্ৰদেশৰ মুখ্যমন্ত্ৰী চন্দ্ৰভানু গুপ্ত, মহাৰাষ্ট্ৰ বিধান পৰিষদৰ সভাপতি শ্ৰীভি. এছ. পাগে, গুজৰাট বিধান সভাৰ অধ্যক্ষ



ৰাণা শ্ৰীমানসিংহজী ভাসাহেব, ৰাজস্থান বিধান সভাৰ অধ্যক্ষ শ্ৰীৰামনিবাস মীঢ়া, পঞ্জাব বিধান সভাৰ অধ্যক্ষ ছৰ্দ্দাৰ গুৰদিয়াল সিংহ ধীলোন, মহাৰাষ্ট্ৰ বিধান সভাৰ অধ্যক্ষ শ্ৰীএছ্. এল্. শীলম্; প্ৰজা চ'চিয়েলিষ্ট পাৰ্টিৰ প্ৰধান সম্পাদক শ্ৰীএন্. জি. গোৰে, শ্ৰীব্ৰহ্মপ্ৰকাশ এম্. পি., শ্ৰীপ্ৰভুদয়াল হিমৎসিংকা এম্. পি., শ্ৰীবি. বি. বৰ্ম্মা এম্. পি., ডাক্টৰ এন্. চি. সামন্তসিংহাৰ এম্. পি., শ্ৰীচপলাকান্ত ভট্টাচাৰ্য্য এম্. পি., শ্ৰীদাইং ইৰিং এম্. পি, শ্ৰীমতী ইন্দিৰা গান্ধী, জম্মু-কাশ্মীৰ বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য ছৰ্দ্দাৰ কে. এম্. পানিক্কৰ, বিশ্ববিদ্যালয় অনুদান আয়োগৰ প্ৰাক্তন সভাপতি ডক্টৰ চিন্তামন ডি. দেশমুখ, সৰ্ব্বভাৰতীয় প্ৰাচ্য মহাসভাৰ সভাপতি অধ্যাপক ডক্টৰ ভি. ৰাঘৱন, অধ্যাপক কে. এ. নীলকণ্ঠ শাস্ত্ৰী, মহামহোপাধ্যায় ডক্টৰ পি. ভি. কানে, ডেক্কান কলেজৰ ডাইৰেক্টৰ ডক্টৰ এছ্. এম্. কাত্ৰে, ভাৰতীয় সঙ্গীত নাটক অকাদমিৰ উপসভানেত্ৰী শ্ৰীমতী কমলাদেৱী চট্টোপাধ্যায়, ডক্টৰ তাৰাচান্দ, ডক্টৰ ৰঘুবীৰ সিংহ, মাদ্ৰাজৰ কলাক্ষেত্ৰৰ শ্ৰীমতী ৰুক্মিণী দেৱী অৰুণ্ডলে, সাহিত্য অকাদমিৰ সম্পাদক শ্ৰীকে. আৰ্. কৃপালনী আৰু সহকাৰী সম্পাদক শ্ৰীভাৰতভূষণ আগৰৱালা, বিখ্যাত কলা-সমীক্ষক শ্ৰীকে. পি. পদ্মনাভন টাম্পী (ত্ৰিবান্দ্ৰম) আৰু শ্ৰীকৃষ্ণমূৰ্ত্তি (নেল্লুৰ), 'বিদ্‌দ্' পত্ৰিকাৰ সম্পাদিকা শ্ৰীমতী আশা মুখাৰ্জ্জী, কলিকতাৰ 'ষ্টেট্‌ছমেন্' পত্ৰিকাৰ সম্পাদক মিষ্টাৰ জি. এ. জনছন, অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীৰঘুনাথ চৌধাৰী, শ্ৰীঅম্বিকাগিৰী ৰায়চৌধুৰী, ডক্টৰ সূৰ্য্যকুমাৰ ভূঞা, শ্ৰীমতী নলিনীবালা দেৱী, শ্ৰীযতীন্দ্ৰনাথ দুৱৰা, শ্ৰীপদ্মধৰ চলিহা, বুৰঞ্জী শাখাৰ প্ৰাক্তন সভাপতি ডক্টৰ শ্ৰীবিৰিঞ্চিকুমাৰ বৰুৱা আৰু শ্ৰীপ্ৰমথনাথ চক্ৰৱৰ্ত্তী; প্ৰাক্তন কোষাধ্যক্ষ শ্ৰীনকুলচন্দ্ৰ ভূঞা, শ্ৰীৰত্নকান্ত বৰকাকতী, শ্ৰীসিদ্ধিনাথ শৰ্ম্মা, অসম ৰাজ্যপালৰ সীমান্তৰ উপদেষ্টা শ্ৰীএন্. কে. ৰুস্তমজী, নগাভূমিৰ একজিকিউটিভ্ কাউন্সিলৰ শ্ৰীআৰ্. চি. চিৰেন জামিৰ, টিৰাপৰ পলিটিকেল অফিচাৰ শ্ৰীএছ্. লাভেৰাজ, শ্ৰীটাগাং টাকি, শ্ৰীবলীচৰ নৰহ, দিল্লীস্থ অল্ ইণ্ডিয়া ৰেডিঅ'ৰ ডাইৰেক্টৰ

জেনেৰেল শ্ৰীজে. চি. মাথুৰ, বৈজ্ঞানিক গৱেষণা আৰু সাংস্কৃতিক পৰিক্ৰমা দপ্তৰৰ অধ্যাপক এম্. এছ্. থেকাৰ, অসম চৰকাৰৰ মুখ্য সচিব শ্ৰীএ. এন্. কিডৱাই, গুৱাহাটী ইণ্ডিয়ান ৰিফাইনেৰিজৰ জেনেৰেল মেনেজাৰ মেজৰ-জেনেৰেল সাৰ্দানন্দ সিংহ, শ্ৰীভূমি পাব্লিছিঙৰ শ্ৰীঅৰুণ পুৰকায়স্থ, 'আৱাহন'ৰ সম্পাদক ডক্টৰ দীননাথ শৰ্ম্মা, 'আমাৰ প্ৰতিনিধি'ৰ সম্পাদক শ্ৰীপদ্ম বৰকটকী, শ্ৰীমোহনচন্দ্ৰ মহন্ত ( যোৰহাট ), শ্ৰীমহীচন্দ্ৰ বৰা, শ্ৰীকেৰামত আলি ( যোৰহাট ) শ্ৰীমতী পদ্মকুমাৰী গোহাঁই, শ্ৰীলক্ষ্মীকান্ত দত্ত, শ্ৰীটঙ্কেশ্বৰ শৰ্মা বৰুৱা ( ডিব্ৰুগড় ), প্ৰাক্তন কাৰ্য্যনিৰ্ব্বাহক সভ্য শ্ৰীযোগেশচন্দ্ৰ চৰকাৰ ( বঙাইগাঁও ), শ্ৰীচন্দ্ৰসিং টেৰণ ( ডিফু ), ডক্টৰ সত্যৰঞ্জন বৰুৱা, শ্ৰীৰাম গোস্বামী ( শ্বিলং ), মিঃ আৰ্. এম্. গেন্থ্ৰপ, মিঃ ডি. এছ্. কিনকেইড, মিঃ এছ্. জি. বি. ব্ৰাউন ( যোৰহাট ), শ্ৰীঅৱনীন্দ্ৰচন্দ্ৰ বৰা, শ্ৰীভুৱনচন্দ্ৰ ফুকন ( নগাঁও ), শ্ৰীকুনাৰমল আগৰৱালা (কামপুৰ), শ্ৰীখালিক চৌধুৰী ( কাছাৰ ), ওবায়দল হক ( আজীৱন সভ্য, ডুমডুমা ), শ্ৰীনিৰ্ম্মলেশ্বৰ শৰ্ম্মা ( গুৱাহাটী ), শ্ৰীকমলচন্দ্ৰ চুতীয়া ( শিৱসাগৰ ) আৰু খাদী বোৰ্ড ( গুৱাহাটী )।

সভাৰ চৌচল্লিশ-বছৰীয়া জীৱনৰ ফালে লক্ষ্য কৰি অভিবাদন জনাই ইতিহাসৰ মহাপণ্ডিত অধ্যাপক শ্ৰীনীলকণ্ঠ শাস্ত্ৰীয়ে লিখিছে,—

The Sabha could well be proud of its excellent work since its establishment in 1917. I congratulate the Sabha on its holding a position as the premier literary and cultural organisation of the people of Asam. It is my good fortune that some distinguished literary men in Assam are my close friends. To them and to others in the State who are devoted to the promotion of the laudable objects of the Sabha I send my heartiest felicitations on the occasion of the Conference and I wish the Sabha many more decades of its meritorious work in the field of Assamese literature and culture.

বিখ্যাত ভাষাতত্ত্ববিদ ডক্টৰ এছ্. এম্. কাত্ৰেই যোৱা চাৰিটি



দশকত সভাই কৰা সাহিত্য-সংস্কৃতিৰ সুকৃতিত আনন্দ প্ৰকাশ কৰি কৈছে,—

It gives me a great pleasure to record my appreciation of the excellent work done by your organization in the literary and cultural fields in Asam over the past four decades and more. In the present-day context when we are faced with the problem of national integration, the rôle of organizations like yours is very important, and I am sure the deliberations of the forthcoming session will help contribute to the generation of the spirit of oneness of Indian people and their great culture....

I hope the Sabha will maintain and develop its tempo of fruitful activity in the literary and cultural fields of Assam.

কেন্দ্ৰীয় মন্ত্ৰী অসম-প্ৰেমী ডক্টৰ বি. গোপাল ৰেড্ডীয়েও সভাৰ কাৰ্য্যত সন্তোষ প্ৰকাশ কৰি দীৰ্ঘ কাৰ্য্যব্ৰতিতা কামনা কৰে। শ্ৰীৰঘুনাথ চৌধাৰীদেৱে সভাৰ বুৰঞ্জী সুঁৱৰি লিখিছে,—

যিবোৰ হুলস্থুল ধুমুহাৰ মাজেদি সভা পাৰ হৈ গৈছে, ভাবিলে দুখ লাগে। সি যি হওক, ইবোৰৰ মাজেদি সাহিত্য সভাই সমস্ত ভাৰতক যি মনোবল দেখুৱালে, সি সমগ্ৰ দেশতে বিৰল।

ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাই কৈছে,—

আজি কেইবছৰমানৰ ভিতৰত অসম সাহিত্য সভা এটি জাগ্ৰত জীৱন্ত অনুষ্ঠান হৈ পৰিছে, আৰু ই সময়ৰ সোঁতত আগ বাঢ়িব পাৰিছে। দেশৰ ভাষামূলক সমস্যাৰ সমাধানত এই সভাই আগ ভাগ গ্ৰহণ কৰিছে, কেইবাখনো বহুমূলীয়া গ্ৰন্থ সংকলন আৰু প্ৰকাশ কৰিছে আৰু নতুন গ্ৰন্থ প্ৰকাশৰ বাবে উদ্যম কৰিছে। কল্যাণকামী ৰাজ্য এখনত অকল ৰাজনৈতিক আৰু অৰ্থনৈতিক অভ্যুদয়েই একমাত্ৰ উদ্দেশ্য নহয়। কলা, সাহিত্য আৰু বিজ্ঞানৰ উন্নতিয়েহে তেনে ৰাজ্যৰ সৰ্ব্বাঙ্গসাৰ্থকতা আনিব পাৰে।

ভাৰতৰ সংসদী সচিব শ্ৰীযোগেন্দ্ৰনাথ হাজৰিকাই লিখিছে,—

ভাষা সমস্যাৰ সন্ধিক্ষণত অসম সাহিত্য সভাৰ কাৰ্য্যাৱলীত মই গৌৰৱান্বিত; সভাৰ যত্নতে ৰাজ্যিক ভাষা-ৰূপে সুৰমা উপত্যকাৰ জিলাখনলৈকে অসমীয়া বিস্তৃত হ'ল।

ভাৰতৰ ভাষাৰ মানচিত্ৰত অসমীয়া ভাষাৰ গুৰুত্বলৈ কেইবা গৰাকীও পণ্ডিত ব্যক্তিয়েই আঙুলিয়াই দিছে। ডক্টৰ কানাইলাল মুন্সীয়ে লিখিছে,

The Assam language, as one of the national languages of India, should develop so as to be expressive of modern concepts and thoughts at all levels. At the same time it must keep in close touch with Hindi and English.

সীমা-নিৰ্দ্ধাৰণ আয়োগৰ সদস্য, জম্মু-কাশ্মীৰ বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য ইতিহাসবিদ ছৰ্দাৰ কে. এম্. পনিক্কৰে লিখিলে,

The intellectual growth of India depends largely on the growth of the regional languages, and it is, therefore, of the utmost importance that every help and encouragement should be given to their all-round development as vehicles of expression and culture. The organization of Sahitya Sabhas for the direction of literary activities is an essential part of this growth and, from this point of view, the annual conferences of such Sabhas acquire a deserved importance in our national life. I am sure that the ASAM SAHITYA SABHA, which is the premier literary and cultural organization of the people of Assam, will keep this national point of view in mind.

পঞ্জাবৰ ৰাজ্যপাল শ্ৰীএন্. ভি. গেডগিলেও একে সুৰতে কৈছে, ভাৰতৰ চৈধ্যটি জাতীয় ভাষাৰ মাজত সংঘাত নাই আৰু থাকিব নালাগে। ঐতিহাসিক ডক্টৰ তাৰাচান্দে একে কথাকে মনোৰমকৈ বখানিছে,

Assamese is one of our 14 national languages recognised by the Constitution of India and every Indian, who is interested in the advancement of the country, wishes all the national languages to progress together and attain the highest status possible. The multi-lingual culture of India needs expression through all the languages of India. Each one has to manifest through its own idiom the underlying unity and greatness of the Indian civilization.

উৰিষ্যাৰ এম্. পি. ডাক্টৰ এন্. চি. সামন্তসিংহাৰৰ বাণী প্ৰধান



সম্পাদকে পাঠ কৰি দিওঁতে সভাস্থলত এটি গুঞ্জনৰ ঢৌ বৈছিল, কাৰণ তেওঁ লিখিছিল,

I wish your session all success. But the last year's unfortunate incidents in Assam terrorise me. Of course, I admit the superiority complex mania of some persons of our neighbouring languages, yet the way in which it was met in Assam last year is not appreciated.

এই বাণীৰ তুলনাত শ্ৰীচপলাকান্ত ভট্টাচাৰ্য্যৰ সুহৃদ্বাণীয়ে সকলোকে আনন্দ দিছিল। তেওঁ প্ৰধান সম্পাদকলৈ দিয়া চিঠিত এটি ব্যক্তিগত সুৰ সানি লিখিছে,

Dear Dr. Neog, to-day is Vijoya. May I convey my greetings to yourself and other friends of the Sahitya Sabha? Accept my thanks for your kind invitation to the 29th session of the Sabha, commencing on 31st October. I would have been happy to attend. But as I am leaving to-day for Nainital, I regret, I am not in a position to do so. I beg to convey my good wishes in the the words of the Upanishads : *sa no buddhyā śubhayā saṁyunaktu.*

আৰু এখনি হৃদয়ৰ উমসনা চিঠি প্ৰজা-ছচিয়েলিষ্ট পাৰ্টিৰ প্ৰধান সম্পাদক শ্ৰীএম্ জি. গোৰেৰ।—

I have been to Assam many times and every time I visited your State, my affection for your State and your people has increased. The flora and fauna of your land have always reminded me of my birth-place though it happens to be on the Western Coast. I was also intrigued by the close similarity of your language and mine. When you meet in your 29th Conference, the Asam Sahitya Sabha would be faced with many problems connected with the development of your language which has a sizeable following in your own State. I am sure that you will be able to find answers to all these problems in keeping with the noble traditions of the real lovers of literature and the humanities.

অসমৰপৰা কাৰ্য্যস্থান সলনি হোৱাৰ পিছতো যিজন ৰাজ্যপালে অসমৰ গুণ-গান কৰিবলৈ পাহৰা নাই, সেই শ্ৰীশ্ৰীপ্ৰকাশে সাদৰ

শুভেচ্ছা জনাই তেওঁক সোঁৱৰা বাবেই শলাগ লৈছে। অষ্ট্ৰেলিয়াৰ হাই কমিছনৰ ইন্‌ফৰ্‌মেচন্ এটেচি মিষ্টাৰ নৰ্ম্মান্ বাৰ্ট্‌লেটৰ চিঠিতো এটি সৌহাৰ্দ্দ বৰ্ত্তমান। দিল্লীত হ'ব লগীয়া কমনৱেলথ্ প্ৰেছ কনফাৰেঞ্চৰ বাবে আকৰ্ষণপূৰ্ণ অসমলৈ এইবাৰ আহিব নোৱাৰি তেওঁ আগলৈ আহিব পৰাৰ কামনা প্ৰকাশ কৰিছে।

উত্তৰ-পূব সীমান্ত অঞ্চলৰ এম্. পি. শ্ৰীদাইং ইৰিং সন্মিলনলৈ আহিবৰ কথাই আছিল। আহিব নোৱাৰি তেওঁ সভাৰ সিদ্ধিৰ হকে ঈশ্বৰক প্ৰাৰ্থনা কৰিছে। সীমান্তৰ এজন সুলেখক শ্ৰীটাগাং টাকিয়ে নদিয়া জিলাৰ কাঁচড়াপাৰাৰ যক্ষ্মা চিকিৎসালয়ৰপৰা ভাষা-জননীৰ জয় কামনা কৰিছে,—

> সভাত উপস্থিত হৈ, আপোনালোকৰ লগত একেলগে থাকি পৰ্ব্বত-ভৈয়ামৰ সুখ-দুখৰ কাহিনী আলোচনা কৰিবলৈ এই অভাজনেও খুব ইচ্ছা কৰিছিলো। কিন্তু বিধিৰ বিধান মানি আজি উক্ত অধিৱেশনত উপস্থিত থাকিব নোৱাৰিলো।

শ্ৰীবলীচন নৰহে আশা কৰিছে,—

> ভগৱানে কৃপাদৃষ্টি নিক্ষেপ কৰিলে নিশ্চয় এদিন চিৰচেনেহী ভাষা-জননীৰ চৰণ সেৱিবলৈ পাম। পৰ্ব্বত-ভৈয়ামৰ মিলনৰ কাৰণে অৰিহণা যোগাবলৈ ভগৱানে আমাক সহায় কৰক। পৰ্ব্বতৰ নৈ-জান-জুৰি যেনেকৈ বাট বিচাৰি বিচাৰি বহু বাধা-বিঘিনি অতিক্ৰম কৰি ভৈয়ামৰ আন নদীৰে সৈতে একেলগ হয়, তেনেকৈ আমাৰ নেফাবাসীয়েও আপোনালোকৰ লগত মিলিবলৈ আগ্ৰহান্বিত। এই কথা অকল বৰ্ত্তমানৰ নহয়—অতীতৰো। আশা কৰোঁ ভৱিষ্যতত এই ভাব আৰু সুদৃঢ় হ'ব। কিছুমান স্বাৰ্থান্বেষী মানুহে নেফাবাসী আৰু অসমৰ অসমীয়া জাতিৰ মাজত যি বিভেদ সৃষ্টি কৰিবলৈ চেষ্টা চলাইছে, সেইসকলৰ কাৰ্য্যক আমি গৰিহণা দিওঁ। সেই সকলৰ কাৰণেই ভাষাৰ ক্ষেত্ৰতো নেফাৰ ছাত্ৰ-ছাত্ৰীসকলৰ মনত তিক্ততাই ঠাই পাইছিল। যি হওক, নেফা কৰ্তৃপক্ষই নিজৰ ভুল কিছু বুজিছে, ই আনন্দৰ কথা। বিদ্যালয়বোৰত শিক্ষক নিয়োগ কৰাত অসম সাহিত্য সভাই সহযোগ কৰাত আমি সন্তোষ পাইছো।



দেশৰ এগৰাকী বৰেণ্য শিক্ষাবিদ ডক্টৰ চিন্তামন দেশমুখে অসমৰ সাহিত্যিকসকলক শুভেচ্ছা জনাই কৈছে,—

> I send my good wishes to the literary men of Assam. It is my hope that their insight and imagination will enable them to set out constructively the way to ease various tensions in contemporary society.

ধৰ্ম্মশাস্ত্ৰৰ ইতিহাস-প্ৰণেতা, প্ৰাচ্যবিদ্যাৰ পণ্ডিত মহামহোপাধ্যায় ডক্টৰ পি. ভি. কানে মহাশয়ে তেওঁৰ কথা সোঁৱৰাৰ বাবে ধন্যবাদ দি কৈছে,—

> Many thanks for remembering me. I hope that the Asam Sahitya Sabha will make substantial contributions to the richness and beauty of Assamese literature and give it the form (*rūpa*) that the best desires (*kāma*) of all literary men entertain and make the name *Kāmarūpa* quite significant. I wish all success to your Sabha.

সঙ্গীত, নৃত্য, চিত্ৰাঙ্কন জগতৰ অগ্ৰণীসকলৰ বাণীত নিজস্ব এটি সুৰ ধ্বনিত হৈছে। শ্ৰীমতী কমলাদেৱী চট্টোপাধ্যায়ে সন্মিলনৰপৰা অসমৰ কলা-সংস্কৃতিৰ উন্নতি হ'ব বুলি ভাবিছে। বৰেণ্যা নৃত্যশিল্পী আৰু পণ্ডিত শ্ৰীমতী ৰুক্মিণী দেৱী অৰুণ্ডেলৰ কথা :

> Our country is so rich, not only in literature but in all the aspects of culture. I hope that your efforts will help them to flower again, so that modern India becomes as wellknown for its arts as it was in the past.

নেল্লুৰৰ শ্ৰীনে কৃষ্ণমূৰ্ত্তিয়ে বুলিছে,—

> Wishing your Sabha sessions every success.
>
> May Naṭarāja shower His choicest blessings on the elite gathering.

অলপতে অসমলৈ আহি যোৱা কলা-সমালোচক ('ৰিদম্', 'ফক্‌লৰ' আৰু 'ডিভাইন্ কল্' পত্ৰিকাৰ সম্পাদক) শ্ৰীপদ্মনাভন টাম্পীয়ে অসমৰ সাহিত্যিকসকলক প্ৰেম-শ্ৰদ্ধা জ্ঞাপন কৰি লিখিছে,

> Assam, a progressive State which can boast of an ancient culture, has made much headway in the realms of arts and letters, I am happy to note that the Asam Sahitya

Sabha, the premier literary and cultural organisation of the people of Assam, has to its credit an excellent record of work during the past four decades...

I hope the enlightened men and women writers who assemble at Goalpara will endeavour their best to foster greater understanding and friendliness among the peoples, through their speeches and writings, and prove that literature is a mighty and vital unifying force. I would also enter a plea for greater co-operation between the writers and artists for I believe their conjoint efforts will contribute enormously to a better and fuller appreciation of art, literature and culture of Assam. . . .

With fraternal greetings to the writers of Assam who are engaged in the great and noble task of adding to the joy and beauty of life by disseminating *Satyam, Shivam* and *Sundaram*.

শুভেচ্ছাজ্ঞাপক অনেক পত্ৰতে সাহিত্যিকসকলক শুদ্ধ পথৰ সন্ধান দিয়াৰ চেষ্টা দেখা পোৱা গৈছে। প্ৰাক্তন সভাপতি শ্ৰীঅম্বিকাগিৰী ৰায়চৌধুৰীয়ে এটি মাত্ৰ বাক্য লিখি আমাক সচেতন কৰি দিছে এইদৰে,

প্ৰচণ্ড দেশাত্মবোধৰ অনিবাৰিত ধলেৰে জীৱনৰ কৰ্ম্ম-প্ৰৱাহ অচল আৰু পঙ্গু কৰি ৰখা দুৰ্ব্বলতা-সম্ভূত পুঞ্জীভূত অলসতা, কৰ্ত্তব্যবিমুখতা, কলুষ-ক্লেশ, দুৰ্নীতিৰ আৱৰ্জ্জনা উটাই দিজঠৰতা ভাঙি, অসমীয়াৰ সামূহিক জীৱন ফুল-নিকা কৰি সফল একাত্মবোধ সাধি, বিপুল জীৱন্ত কৰ্ম্মোল্লাসেৰে তাক বিশ্বমানৱীয়তাবোধলৈ আগুৱাই নিয়া সক্ৰিয় যোগ্যতা অৰ্জ্জাৰ পথত লেখনী ধৰিবলৈকে অসমীয়া কবি, সাহিত্যিক, গাল্পিক, ঔপন্যাসিক, প্ৰাবন্ধিক, সাংবাদিকসকলক অসম সাহিত্য সভাই কঠোৰ আহ্বান দিয়ক।

# অষ্টাদশ-উনবিংশ শতাব্দীত প্ৰাগ্‌জ্যোতিষপুৰ

পুৰাণ আৰু বুৰঞ্জী-প্ৰসিদ্ধ প্ৰাগ্‌জ্যোতিষপুৰ মহানগৰী কালৰ সোঁতত পৰৱৰ্ত্তী কালত কি নামেৰে কি অৱস্থালৈ পৰিৱৰ্ত্তিত হৈছিল তাৰ এটি পট দাঙি ধৰাই এই প্ৰবন্ধৰ ঘাই উদ্দেশ্য।

বুৰঞ্জীয়ে চুকি পোৱা কালৰপৰাই এই ঠাইৰ প্ৰসিদ্ধিৰ বিষয়ে, এই মহানগৰৰ জয়জয়-ময়ময় অৱস্থাৰ বিষয়ে সভ্য জগতত সকলোৱে জানে। চিৰন্তন কোনো এখন ঠায়ে সমানে গৌৰৱ অৰ্জ্জন কৰি স্থায়ী হৈ থাকিব নোৱাৰে, বুৰঞ্জীয়ে তাক দেখুৱাই আছে। তেনেকৈ গৌৰৱোজ্জ্বল মহানগৰী প্ৰাগ্‌জ্যোতিষপুৰে সময়ৰ সোঁতত দুৰ্জ্জয় নগৰ, কামৰূপ নগৰ আৰু বৰ্ত্তমান গুৱাহাটী নাম লৈ প্ৰসিদ্ধি লাভ কৰিয়েই আছে।

কিৰাত, অসুৰ, দানৱ আদি ৰজাসকলে পুৰণি কামৰূপ ৰাজ্যত আধিপত্য কৰাৰ সময়ত আৰু পিছৰ কালতো মহাৰাজ কুমাৰ ভাস্কৰবৰ্ম্মাৰ যুগলৈকে প্ৰাগ্‌জ্যোতিষপুৰৰ নাম সোণৰ আখৰেৰে জিলিকি আছিল। সেই দিনৰ চীনা পৰিব্ৰাজক হিউৱেনচাঙৰ প্ৰাগ্‌জ্যোতিষপুৰৰ বৰ্ণনা পঢ়ি মন পুলকিত নহৈ নোৱাৰে। যেতিয়া এই স্থান আহোমসকলৰ হাতলৈ আহে তেতিয়াৰপৰাহে পুৰণি প্ৰাগ্‌জ্যোতিষপুৰে গুৱাহাটী নাম লয়। আহোমসকলৰ ৰাজত্ব কালত গুৱাহাটী নাম লৈয়েই এই নগৰীয়ে অষ্টাদশ শতাব্দী আৰু উনবিংশ শতাব্দীৰ আগছোৱালৈকে বুৰঞ্জীত জনাজাত হৈ আহিছে। তেওঁলোকৰ শাসনাধীনত গুৱাহাটী নগৰখনত ৰাজ-প্ৰতিনিধি বৰফুকন আৰু ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ উত্তৰ গুৱাহাটী নৌ-সেনাপতি পানীফুকনৰ তত্বাৱধানত আছিল। তেওঁলোকে আন

ফুকন, ৰাজখোৱা, বৰুৱা, বৰকাকতী আদিৰ সাহায্য লৈ এই অঞ্চলটো চলাই আছিল। বিশেষকৈ বিদেশীয়ে যেতিয়া ঘনাই এই দেশখন আক্ৰমণ কৰিবলৈ ধৰিলে, সেই সময়ত শত্ৰুক ভেটা দিবলৈ উত্তৰ গুৱাহাটী অঞ্চলত বহুত গড়, গড়খাৱৈ আৰু কোঠ নিৰ্ম্মাণ কৰি অসংখ্য সেনাৰ চাউনী পাতি এই গোটেই অঞ্চলটোকে 'উত্তৰ গুৱাহাটী ৰাজ্য' নামেৰে অভিহিত কৰিছিল। সেই সময়ত এই ৰাজ্যত স্থায়ীভাৱে বাস কৰা কোনো লোক নাছিল। কেৱল নৌ-সেনাপতি পানীফুকনৰ তলত পানী দিহিঙীয়া ফুকন, পানী দিহিঙীয়া ৰাজখোৱা, নাওবৈচাফুকন, ডেকাফুকন, নেওগফুকন আদি ফুকন ৰাজখোৱাসকল। আৰু আন আন বিষয়াসকলেৰে সৈতে হিলৈদাৰী, কাড়ী, গোলন্দাজ, পদাতিক, যাঠিয়াল আৰু অশ্বাৰোহী সেনাক সজাই সতৰ্ক কৰি ৰখা হৈছিল।

সেই সময়ত বিনা অনুমতিত কোনো মানুহ এই ৰাজ্যত সোমাব নোৱাৰিছিল। আন দেশীয় মানুহক ইয়াত সোমাবলৈয়ে নিদিছিলেই অইন কি একে ৰাজ্যৰে প্ৰজা কামৰূপৰ লোকসকলকো ৰাজ্যত সোমাবলৈ নিদি চকীবিলাকত আটক কৰি ৰখা হৈছিল। উত্তৰ পাৰে তেনে চকী দুটা আছিল—এটা চকীক চিলাচকী আৰু আনটো চকীক মান্দাকাটা চকী বুলিছিল। সৈন্যৰ কোঠ হিছাপে শ্ৰীঘাটৰ কোঠ, চিলাকোঠ, কানাইবৰশী কোঠ আৰু বৰনদী কোঠ আছিল। দক্ষিণ পাৰেও তেনেকৈ পাণ্ডুকোঠ, ইটাখুলি কোঠ, লতাশিল কোঠ আদি আছিল।

গুৱাহাটী নগৰত বৰফুকনৰ তলত যেনেকৈ দপ্‌দুৱাৰ * আছিল ঠিক তেনেকৈয়ে উত্তৰ গুৱাহাটী ৰাজ্যতো পানীফুকনৰ তলত দপ্‌দুৱাৰ আছিল। পানীফুকনৰ তলত এজন বিষয়া আছিল ; তেওঁক টেকেলা বৰা মজিন্দাৰ বুলিছিল। এওঁ সকলো হিছাপ-পত্ৰ ৰখাৰ উপৰিও পানীফুকনৰ চিঠি-পত্ৰ লিখা-লিখি কৰিছিল।

* দপদুৱাৰ—দপদৰ, দপ্তৰ ; ফাৰ্চী—দফ্‌তৰ



কেপ্তেইন ৱেল্‌ছৰ অসমৰ বিৱৰণমতে অষ্টাদশ শতিকাৰ শেষ ভাগত গুৱাহাটী নগৰখন জনবহুল আছিল। ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে আৰু একাংশত দুয়োপাৰে একোটাকৈ ডাঙৰ গড় আছিল। তাত এশ তেৰটা ডাঙৰ বৰটোপ পোতা হৈছিল ; তাৰে তিনিটা ইউৰোপত তৈয়াৰী। ব্ৰহ্মপুত্ৰৰপৰা প্ৰায় এশ গজ আঁতৰত নগৰৰ ভিতৰত এটা ডাঙৰ দুৰ্গ ছয়ফুট ওখ ইটাৰ বেৰেৰে ঘেৰা আছিল। বেৰৰ কাষে কাষে বাহিৰ আৰু ভিতৰে পানীৰে ভৰা ডাঙৰ গড়খাৱৈ আছিল। ব্ৰহ্মপুত্ৰৰ দুয়ো পাৰৰ নগৰখনক শত্ৰুৰপৰা ৰক্ষা পাবৰ কাৰণে সকলো প্ৰকাৰৰ যোগাৰ ৰখা হৈছিল।

কেপ্তেইন ৱেল্‌ছে তেওঁৰ বিৱৰণিত উল্লেখ কৰিছে যে বঙ্গদেশেৰে সৈতে সেই সময়ত বেহা-বেপাৰ ভালকৈ চলিছিল। বৰফুকনে বাণিজ্য-কৰত কৰ্ম্মচাৰীবিলাকৰপৰা বছৰি প্ৰায় ৯০,০০০৲ হেজাৰ টকা পাইছিল। তাৰ প্ৰায় ২৬,০০০৲ হেজাৰ টকা ৰাজভঁৰাললৈ গৈছিল। দেশত বিদ্ৰোহ আদি হৈ অশান্তি হোৱাৰ আগতে প্ৰায় ১,২০,০০০ (একলাখ বিশ হেজাৰ মোণ) লোণ বঙ্গদেশৰপৰা আহিছিল। সেই সময়ত গুৱাহাটী অঞ্চলত বয়-বস্তুবিলাকৰ দাম কম আছিল ; চাউলৰ মোনে ১৷০ সিকিলৈকে, গুৰ সেৰে ⁄৩ পইছা, গাখীৰ সেৰে ৵৬ পইছা, পাণ ⁄০ অনাত ৪০টা আৰু তামোল এটাকাত ৫১২০টাকৈ আছিল ; ঘিউৰ সেৰে ||৵০ অনা, পঠা ছাগলিৰ দাম ১৲ টকা, হাঁহৰ দাম ⁄০ অনা আৰু পাৰৰ দাম যোৰে ৩ পইছাকৈ আছিল। বস্তুৰ দাম মাজে সময়ে উঠা-নমা কৰিও আছিল।

অষ্টাদশ শতাব্দীৰ আগভাগত আহোম স্বৰ্গদেৱসকলৰ আমোলত মন্ত্ৰীসকলৰ সজ পৰামৰ্শত ৰাজ্য সুচাৰুৰূপেই চলি আছিল। স্বৰ্গদেও ৰাজেশ্বৰসিংহই গুৱাহাটী অঞ্চলত বহুত দেৱালয় সজাই দিয়ে ; তেওঁ ৰাজপাটত উঠাৰ পিছতেই গুৱাহাটীলৈ যায় আৰু উত্তৰ গুৱাহাটীৰ মণিকৰ্ণেশ্বৰ পাহাৰৰ নামনিৰ টিলা এটাৰ ওপৰত বাহৰ পাতি থাকে। তেওঁ থকা কালছোৱাত গুৱাহাটী অঞ্চলৰ দেৱ-দেৱতাৰ দৰ্শন কৰি অশেষ ধন-সোণ দান কৰে। সেই সময়তে ফাগুন মাহ পৰাত বাহৰৰ

ওচৰতেই ১১-খলপীয়া পকী দৌল ঘৰ সজাই মহাসমাৰোহেৰে ফল্গুৎসৱ পাতিছিল। ৰাজেশ্বৰসিংহদেৱৰ সময়ত গুৱাহাটী মহানগৰ বৰ চকুত লগা আছিল ; জনসংখ্যাও বৰ বেছি আছিল।

স্বৰ্গদেও লক্ষ্মীসিংহ ৰজাৰ দিনৰেপৰাই ৰাজ্য পৰি আহিবলৈ ধৰে। এওঁৰ শাসন দুৰ্ব্বল আছিল। এওঁৰ দিনতেই মোৱামৰীয়া বিদ্রোহ আৰম্ভ হয়, আৰু প্ৰজাৰ বিলৈ-বিপত্তি হবলৈ ধৰে। তাৰ ঢৌ গুৱাহাটী অঞ্চললৈকে বিয়পিছিল ; তথাপি গুৱাহাটী অঞ্চল প্ৰায় শান্তভাৱেই আছিল।

ইং ১৭৮০ ছনৰপৰা ইং ১৭৯৫ ছনৰ ভিতৰতে আহোম ৰজা গৌৰীনাথসিংহৰ শাসনকালত অসম ৰাজ্য ধ্বংসৰ মুখত পৰে। এওঁ বৰ এলেহুৱা আৰু দুৰ্ব্বল ৰজা আছিল। যেতিয়া মোৱামৰীয়া বিদ্রোহ উজনী অসমত প্ৰৱল হৈ উঠে তেতিয়া এওঁ ভয় খাই পাত্ৰ-মন্ত্ৰীৰে সৈতে গুৱাহাটীলৈ পলাই আহে। গুৱাহাটীৰপৰা বৰফুকনৰ সাহায্যত তেৰ হেজাৰ সৈন্য গোটাই পানীফুকনৰ তলত পঠিয়াই দিয়ে ; কিন্তু কোনোমতে মোৱামৰীয়াক দমাব নোৱাৰি স্বৰ্গদেও গৌৰীনাথসিংহই বিকাৰাম মজিন্দাৰ বৰুৱা আদিক লগত লৈ ব্ৰিটিছৰ সাহায্য বিচাৰিলেগৈ। সেই সময়তে কেপ্তেইন ৱেল্‌ছৰ তলত লেফ্‌টেনেণ্ট মেগ্ৰিগৰেৰে সৈতে এটি সৰু সৈন্যবাহিনী অসমৰ সাহায্যাৰ্থে পঠিয়ালে। এই সৈন্যবাহিনীটি আহি মোৱামৰীয়া বিদ্রোহ দমন কৰিলে। ৰজাই তেতিয়া বিদ্রোহত লিপ্ত কৰ্ম্মচাৰী-বিলাকক ক্ষমা কৰি গুৱাহাটীত পাত্ৰ-মন্ত্ৰী, তলতীয়া ৰজা, ঘাই কৰ্ম্মচাৰীসকলেৰে সৈতে ৰাজ্যৰ শৃঙ্খলা আনিবলৈ এখন দৰবাৰ পাতিলে। পূৰ্ব্বৰ আনদেশীয় বেতনভোগী কৰ্ম্মচাৰীবিলাকক বিদায় দিলে। কেপ্তেইন ৱেল্‌ছৰ দিহা-পৰামৰ্শমতেই ৰাজ্যলৈ শান্তি ঘূৰাই আনিবলৈ চেষ্টা কৰিলে।

স্বৰ্গদেও কমলেশ্বৰসিংহৰ দিনত ১৭৯৬ ছনত কামৰূপত হৰদত্ত, বীৰদত্ত চৌধাৰীৰ তলত দুমদুমীয়া বিদ্রোহ আৰম্ভ হয়। এওঁলোকে তলে তলে কোচবেহাৰ আৰু বিজনী ৰজাৰপৰা উদগনি পাই বহুত



কছাৰী, পঞ্জাবী আৰু হিন্দুস্থানী সৈন্য যোগাৰ কৰি উত্তৰ কামৰূপ ৰাজ্যৰ স্বাধীনতা ঘোষণা কৰিছিল। সেই সময়ত কলীয়াভোমোৰা বৰফুকন, বাপুকণ পানীফুকন, বিকাৰাম মজিন্দাৰ বৰুৱা আৰু ভোলানাথ বৰকাকতী গুৱাহাটীত আছিল। কলীয়াভোমোৰা বৰফুকনে বেলতলা আৰু ডিমুৰীয়া ৰজাৰপৰা কিছু সেনাৰ সাহায্য পাই আৰু কিছুমান হিন্দুস্থানী সেনাক শিক্ষা দি দুমদুমীয়া বিদ্রোহ দমন কৰি উত্তৰ গুৱাহাটীৰ জুৰিয়া পাহাৰৰ ওচৰত নৌ-যুদ্ধত নিয়ামৎউল্লা চুবাদাৰ, বাপুচিং আৰু আলোচিং জামাদাৰক ঘটুৱাই যুদ্ধত জয়ী হৈ ৰজাৰপৰা 'প্ৰতাপবল্লভ' নাম পায়। এই সময়তে এটা বেপেৰুৱা বঙালৰ দলে গুৱাহাটী অঞ্চলত বৰ প্ৰতিপত্তি বিস্তাৰ কৰিছিল। সিহঁতক 'নঙঠা বঙাল' বুলিছিল ; বৰফুকনে সিহঁতক ধৰাই আনি ৰাজ্যৰ বাহিৰ কৰি দিছিল। মন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ সজ পৰা-মৰ্শত ৰাজ্যত মোৱামৰীয়া বিদ্রোহ আদি দমন হৈ ৰাজ্যলৈ শান্তি ঘূৰি আহিল। গুৱাহাটী অঞ্চলতো তেনেকৈ কলীয়াভোমোৰা বৰফুকনৰ প্ৰতাপত সকলো বিদ্রোহ দমন হৈ ৰাজ্যলৈ শান্তি ঘূৰি আহিল। যেতিয়া ১৮১০ ছনত চন্দ্ৰকান্তসিংহ নাবালক অৱস্থাত সিংহাসনত উঠিল আৰু তেওঁ ৰাজ্য কৰিবলৈ অপাৰগ হ'ল, ৰাজ্য বিশৃঙ্খল হৈ অহাৰ আশঙ্কা কৰি গুৱাহাটীৰ বৰফুকনে ৰাজ্যখন ইংৰাজৰ তলতীয়া কৰি চলাবলৈ পৰামৰ্শ আগ বঢ়ালে ; কিন্তু বুঢ়াগোহাঁই আদি পাত্ৰ-মন্ত্ৰী এই কথাত অমান্তি হ'ল। এনে সময়তে নতুনকৈ বদনচন্দ্ৰ বৰফুকন হ'ল। এওঁ আৰু এওঁৰ পুত্ৰবিলাকে প্ৰজাক অত্যাচাৰ কৰিবলৈ ধৰিলে। পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে এওঁক বন্দী কৰিবলৈ মানুহ পঠিওৱাত এওঁ কলিকতালৈ পলাই গ'ল। কলিকতাত কোম্পানীৰ গৱৰ্ণৰ-জেনেৰেলৰ কাষ চাপি অসম ল'বলৈ উদগালে, কিন্তু গৱৰ্ণৰ-জেনেৰেল মান্তি নোহোৱাত কলিকতাত থকা ব্ৰহ্মদেশৰ এজেণ্টৰ লগত মান দেশ পালেগৈ। মান ৰজাই অসমৰ অৱস্থা শুনি ১৮১৬ ছনত আঠ হেজাৰ সেনাৰ এটা ফৌজ পঠিয়ালে। এওঁ-লোকে ৰাজধানী দখল কৰিলেহি। এনেতে ৰুচিনাথ বুঢ়াগোহাঁই

হ'ল ; কিন্তু মানক খেদিব নোৱাৰিলে। বদন পুনৰ বৰফুকন হৈ ৰাজ্যত অত্যাচাৰ কৰাত ৰাজমাৰে ৰূপসিঙৰ হতুৱাই গুৱাহাটীতে গুপ্তভাৱে বধ কৰায়। তাৰ পিছত ১৮১৯ চনত আলামিঙ্গিৰ তলত এটা ডাঙৰ মান ফৌজ আহি দ্বিতীয় বাৰ অসম আক্ৰমণ কৰে। মানৰ হাতত হাৰি পাত্ৰ-মন্ত্ৰীসকল গুৱাহাটী পায়হি। গুৱাহাটী-লৈকে মান সেনা আগ বাঢ়ি আহি গুৱাহাটী দখল কৰাত ৰজা পুৰন্দৰসিংহ আদি ইংৰাজৰ ৰাজ্য সোমালগৈ আৰু ইষ্ট ইণ্ডিয়া কোম্পানীৰপৰা সাহায্য নাপাই অতি চেষ্টা কৰি কিছুমান সৈন্য গোটাই গুৱাহাটী উদ্ধাৰ কৰিবলৈ চেষ্টা কৰিলে। মান সেনা-পতি দেশলৈ গৈ ৰজাক অসমৰ অৱস্থা কোৱাত তৃতীয়বাৰ অসংখ্য মান সেনাৰে সৈতে সেনাপতি মিঙ্গিমাহা তিলোৱাক অসম জয় কৰিবলৈ পঠিয়ালে। চন্দ্ৰকান্তসিংহ গুৱাহাটীলৈ পলাল। গুৱাহাটীত সেই সময়ত লানমাখৰুৰ লম্বোদৰ বৰফুকন আছিল। মিঙ্গিমাহা তিলোৱাৰ লগত বন্দুলা লগ লাগি সেনাবিলাকক তিনি ভাগ কৰি পানীয়ে-মাটিয়ে পঠিয়াই দিলে। সিহঁতে লুটপাত কৰি ঘৰ জ্বলাই, মানুহ মাৰি প্ৰজাৰ পানীত হাঁহ নচৰা অৱস্থা কৰিলে। গুৱাহাটী অঞ্চলতো মানুহৰ বিলৈ-বিপত্তি নোহোৱা হৈ যেয়ে যিফালে পাৰে পৰ্ব্বতে-কন্দৰে পলাই যাব ধৰিলে। মান সেনা গৈ ইংৰাজৰ ৰাজ্যত সোমোৱাত ডেভিড্ স্কট্ চাহাবে ইহঁতক ঘটুৱাই খেদি নি গুৱাহাটী পাৰ কৰি কলিয়াবৰ ল'লেগৈ।

শেষৰবাৰ মানৰ আক্ৰমণতেই গুৱাহাটী উত্তৰ গুৱাহাটীত বাস কৰা লোকসকল পলাই কোন ক'লৈ গ'ল ঠিক নোহোৱা হ'ল ; কিছু-মানৰ অপমৃত্যু হ'ল আৰু কিছুমানক মানে মাৰিলে। দুয়োখন ঠায়েই জনশূন্য হৈ পৰিল। ইংৰাজ অহাৰ লগে লগেহে কাষৰে-পাঁজৰে থকা লোকসকল ঘূৰি আহিল। মানে কাঠৰ গড়াল সাজি ল'ৰা-তিৰোতা সকলোকে সুমুৱাই জুই লগায়ো মাৰিছিল। এনে অমানুষিক অত্যাচাৰ বোধ কৰোঁ পৃথিৱীত বৰ কমহে হৈছে।



আগৰ জনবহুল গুৱাহাটীত মানুহ নিচেই কম ৰৈছিলগৈ। ইংৰাজ বিষয়া গুৱাহাটীত থিতাপি লগাৰ লগে লগেহে বিষয়া, বনুৱা আদি অহাত আকৌ ক্ৰমান্বয়ে জন-সংখ্যা বাঢ়িব ধৰিলে। পুৰণি ভদ্ৰবংশীয় লোক যি কেইঘৰ সেই সময়ত গুৱাহাটীত বস-বাস কৰি আছিল তেওঁলোকৰ কেইঘৰমানো গোৰা চিপাহীৰ ভয়ত উত্তৰ গুৱাহাটী আদি ঠাইলৈ আঁতৰি গৈছিলগৈ। অৱশ্যে উজান বজাৰৰ ২।৩ ঘৰ মান, ভৰলুমুখৰ ২।৩ ঘৰ মান ভদ্ৰলোক আৰু মাছখোৱাৰ ২।৩ ঘৰ ভদ্ৰবংশীয় মুছলমান লোক গুৱাহাটীৰপৰা আঁতৰা নাছিল। ইংৰাজে গুৱাহাটী অঞ্চলত বেছি গোৰা চিপাহীহে ৰাখিছিল, দেশীয় চিপাহী অলপহে ৰাখিছিল। পিছত বেপাৰ-বাণিজ্য, চাকৰি-বাকৰি আদিৰ গইনা লৈ দেশী-বিদেশী বহুলোক আহি গুৱাহাটী ভৰি পৰিল।

তেনেকৈয়ে উত্তৰ গুৱাহাটী অঞ্চলতো আগৰ বস-বাস কৰা লোকসকল, মান-ভগনত পলাই অহা লোকসকল আৰু গুৱাহাটীৰপৰা আহি বাস কৰা লোকসকলেৰে ক্ৰমান্বয়ে লোক-সংখ্যা বাঢ়িবলৈ ধৰিলে। মান-ভগনৰ পিছত ন গোসাঁই আদি কেইবাঘৰো লোক যেতিয়া নৈৰ কাষত বহিলহি, সেই সময়তে পুৰণি নৈৰ কাণত গড় কাটি, খাৱৈ পুতি ঘৰ-বাৰী পাতি ল'লে। কানাই বৰশী বোৱা কোঠৰ ওচৰত গুৱাহাটীৰপৰা আহি জীৱধৰ বৰকাকতী, গঙ্গাধৰ বৰ-কাকতী, মজিন্দাৰৰ অধৰ বৰকাকতী, মিহিৰাম ভঁৰালী-বৰুৱা আদিয়ে খাল-বাম সমান কৰি ঘৰ-বাৰী কৰিলে। ক্ৰমান্বয়ে মানুহ বহি মহাৰাজ কুমাৰ ভাস্কৰবৰ্ম্মাৰ ৰাজটোলৰ গড়খাৱৈ কাটি প্ৰায় নোহোৱা কৰিলে। ভাটী অঞ্চলত দিহিং সত্ৰাধিকাৰ ৺শ্ৰীশ্ৰীবল্লভচন্দ্ৰদেৱ থিতাপি লাগিলহি। শিলসাঁকো অভয়পুৰ অঞ্চলতো পৰীক্ষিতনাৰায়ণ ৰজাৰ গড় কাটি খাৱৈ পুতি দুৰ্গাচৰণ মজিন্দাৰৰ ঘৰ, বেজদলৈ ভণ্ডাৰী বৰুৱাৰ ঘৰৰ মনুৰাম, তামুলীৰ ঘৰ, ভৰালীৰ ঘৰ আদি বহিলহি। মাজ উত্তৰ গুৱাহাটীত মহাৰাজ ৰুদ্ৰসিংহদেৱৰ বাহৰৰ কাষত সোণামুৱা মজিন্দাৰৰ ঘৰ, নিতাই চাংকাকতীৰ ঘৰ, ৰুদ্ৰখৰি বৰদলৈৰ ঘৰ, উজীৰ বৰদলৈৰ ঘৰে ঘৰবাৰী পাতিলেহি। তেনেকৈ

মাজগাঁও অঞ্চলত পানীফুকন, কৈৱৰ্ত্তৰ হাজৰিকা, বৰা আদিয়ে ঘৰ সাজি ৰ'ল। পিছতো বহুত মানুহ আহিবলৈ ধৰিলে।

১৮২৪ ছনৰপৰা ক্রমান্বয়ে মানুহ উভতি আহিবলৈ ধৰিলে। ইংৰাজে মানক খেদি ১৯২২ ছনতে গুৱাহাটীত ডেভিদ স্কট চাহাবক প্ৰথম কমিছনাৰ নিযুক্ত কৰে। ১৮২৪ ছনত মিঃ হোৱাইটক কলেক্টৰ নিয়োগ কৰে ; তাৰ পিছত আৰ্চিবল্ড বগ্‌ল চাহাবক কলেক্টৰ নিয়োগ কৰে। ১৮৩৭ ছনত লেং কৰ্ণেল মেথি চাহাবক কলেক্টৰ কৰে। সেই সময়তে লেং কৰ্ণেল ফ্রেন্‌চিছ্ জেনকিন্স্ কমিছনাৰ আছিল। সেই সময়তে গুৱাহাটীত মিউনিচিপেলিটি হয়। মিউনিচিপেলিটি হোৱাৰ লগে লগে ব্ৰহ্মপুত্ৰৰ অলপ ভাঁতৰত থকা গড় কাটি দীঘলী পুখুৰীতে লগা বৰ্ত্তমান উজান বজাৰৰ খেলপথাৰ, হাইকোৰ্ট বহা ঠাইত পথালিকৈ যি পুখুৰী আছিল পুতি পেলায়। সেই সময়তেই গুৱাহাটীৰ ষ্ট্ৰেণ্ড্ ৰোডটো বান্ধে। ১৮৪২ ছনত লেঃ এইচ্ বিগি চাহাব কলেক্টৰ হয়। ১৮৩২ ছনত পুৰন্দৰসিংহ ৰজাই উজনী অসম খণ্ড লালবন্দী হিছাপে ইংৰাজৰপৰা গ্ৰহণ কৰে। সেই সময়ত গুৱাহাটীত বৰফুকনৰ বংশৰ বাপুৰাম বৰফুকন আছিল। সেই সময়তে উত্তৰ গুৱাহাটীত পানীফুকনৰ বংশৰ সত্যবাদী পানীফুকন বাস কৰিছিল। দেৱদত্ত বৰদলৈ আৰু দেওবৰ বৰদলৈক গুৱাহাটীত সদৰামিন পদ দিয়ে। ভৰলুৰ পাৰৰ সত্ৰত আউনীআটি সত্ৰাধিকাৰ ৺শ্ৰীকুশদেৱ গোস্বামী আছিল। ১৮৩৮ ছনত পোন প্ৰথমে গুৱাহাটীলৈ জাহাজ চলাচল কৰে। ১৮৪৫ ছনত অসমত এটা বৰ ভূঁইকঁপ হৈ গুৱাহাটীৰ উমানন্দ, কামাখ্যা, ৰুদ্ৰেশ্বৰ, শুক্রেশ্বৰ দেৱালয়ৰ মঠ ভাঙে। ১৮৪৪ ছনত গুৱাহাটী অঞ্চলত ভদ্ৰলোকৰ ঘৰে ঘৰে থকা গোলাম-বান্দী খালাচ পায়। এই সময়তেই গুৱাহাটীত পকীকৈ খ্ৰীষ্টানসকলে গীৰ্জ্জা সাজে। ১৮৫৩ ছনত মিং মিলছ্ জজ চাহাব, মহেশচন্দ্ৰ বৰুৱা ডেপুটী কলেক্টৰ, দেৱবৰ বৰদলৈ প্ৰধান সদৰামিন আৰু মৌং কেফায়ৎউল্লা সদৰামিন (এওঁক আলা সদৰামিনো বুলিছিল) হয়। ১৮৫৬ ছনত উত্তৰ গুৱাহাটীক গুৱাহাটী



পৌৰসভাৰ (মিউনিচিপেলিটি) অন্তৰ্ভুক্ত কৰে। ১৮৫৩ ছনত মিং মিল আৰু ৰৌলট্ চাহাবৰ দিনতে মাটিৰ খাজনাৰ এটা নিৰ্দ্ধাৰণ কৰি দিয়ে। সেই সময়ত হৰকান্ত বৰুৱা চিৰস্তাদাৰ আছিল। ১৮৫৪ ছনত উজনীৰ মণিৰাম দেৱানে কন্দৰ্পেশ্বৰ ৰজাক 'মলুক' লালবন্দী কৰাই দিম বুলি ঘনকান্ত যুৱৰাজৰ ঘৰত আছিলহি। ১৮৫৫ ছনত মিথি চাহাব জুডিচিয়েল কমিছনাৰ হয়। এওঁৰ দিনতে মিঃ ৰৌলট্ ডেপুটী কমিছনাৰে দেৱোত্তৰ, ব্ৰহ্মোত্তৰ, ধৰ্ম্মোত্তৰ মাটিৰ বন্দৰস্ত বেলেগ কৰিলে। ১৮৫৬ ছনত মণিৰাম দেৱান গুৱাহাটীত থাকি কলিকতালৈ যায়। ১৮৫৭ ছনত চিপাহী বিদ্ৰোহ হয়। সেই সময়ত গুৱাহাটীত প্ৰত্যেক চাহাবে বন্দুক লৈ পহৰা দিছিল আৰু তেওঁলোকৰ লগে লগে মৌং কেফায়ৎউল্লা সদৰামিন আৰু লালমুন্সীয়েও বন্দুক লৈ পহৰা দিব লগাত পৰিছিল। মং এলাহী বক্সেই সেই সময়ত গুৱাহাটীত ডাক্তৰ হিছাপে আছিল। আহোম ৰজা ঘনকান্তদেৱৰ পুতেক কেশৱকান্তক সেই সময়তে যুৱৰাজ পাতিছিল ; আৰু ৰাণী পদ্মৰেখাক পেন্সন দিছিল। তেওঁলোকে গুৱাহাটীতে বসবাস কৰিছিল। গৰ্গৰাম বৰুৱা সদৰামিনে সেই সময়তে গুৱাহাটীৰ কাছাৰীত কাম কৰিছিল। ১৮৬০ ছনত মিং লয়ড্ চাহাবে গুৱাহাটীত ডেপুটী কমিছনাৰৰ ভাৰ লয়। ১৮৬১ ছনত উত্তৰ গুৱাহাটীত থকা বুৰঞ্জীবিদ্ হৰকান্ত বৰুৱা ডেপুটী কলেক্টৰ হয়। ১৮৬২ ছনৰ ২২ জুলাইত বঙ্গদেশৰ লেফ্‌টেনেণ্ট গৱৰ্ণৰ অসমলৈ আহি জাহাজৰ ওপৰতে দৰবাৰ পাতে। সেই দৰবাৰত কেশৱকান্ত যুৱৰাজ, খগেশ্বৰ চাৰিং ৰজা, যোগেশ্বৰ ন গোসাঁই, কালীচৰণ ন্যায়ৰত্ন পৰ্ব্বতীয়া গোসাঁই, দিহিঙৰ নিত্যশোভনচন্দ্ৰ গোসাঁই, বলোৰাম ফুকন আদিয়ে যোগদান কৰে। ১৮৬৫ ছনত মিং লয়ড ডেপুটী কমিছনাৰৰ দিনত ভোটৰ যুদ্ধ আৰম্ভ হয়। উত্তৰ গুৱাহাটীত এটা চাউনী পাতি গোৰা সৈন্যবিলাক ৰাখে। সেই ঠাইডোখৰক 'গেৰাজ' বোলে। ১৮৭০ ছনত মিং লেম্ চাহাব ডেপুটী কমিছনাৰ হয়। ১৮৭৪ ছনৰ ১৩ ফেব্ৰুৱাৰীত লৰ্ড নৰ্থব্ৰুক্ গৱৰ্ণৰ জেনেৰেল গুৱাহাটীলৈ আহে আৰু

তেওঁক সম্বৰ্দ্ধনা জনাবলৈ শুক্লেশ্বৰত নৰ্থব্ৰুক্ গ্ৰেট্ সজায়। ১৮৭৫ ছনত গুৱাহাটীৰপৰা উত্তৰ গুৱাহাটীলৈ অহা-যোৱা কৰিবলৈ এখন সৰু জাহাজ ব্ৰহ্মপুত্ৰ নদৰ ওপৰেদি চলে। ১৮৭৬ ছনত জুডিচিয়েল কমিছনাৰৰ পদ উঠি কমিছনাৰ আৰু জজৰ দুটা পদ হয়। প্ৰথম জজ্ মিং ওৱাইট চাহাবক নিযুক্ত কৰে।

১৮৮১ ছনৰ চাকুৰ্লাৰমতে টকাত এক অনা হিছাপে কামৰূপ জিলাত 'লোকেল ৰেট্' বহুৱায়। ১৮৮২ ছনত মিং কেম্বল চাহাব ডেপুটী কমিছনাৰ হৈ গুৱাহাটীতে থাকে। সেই সময়তে গুৱাহাটীৰ কাছাৰী ঘৰ ভঙাই কোঠা কোঠা কৰে। তেতিয়া ৺জীৱনৰাম ফুকন ভৰলুমুখত আৰু ৺ভুবনেশ্বৰ নাওবৈচা ফুকন সেই অঞ্চলতে আছিল। ১৮৮৩ ছনত উত্তৰ গুৱাহাটী অঞ্চলত তহচীলদাৰ ৺ডম্বৰুধৰ বৰকাকতী গুৱাহাটী মিউমিচিপেলিটিৰ মেম্বৰ হয়; আৰু ডেপুটী কমিছনাৰ কেম্বল চাহাবে উত্তৰ গুৱাহাটীত পাহাৰৰ ওপৰত ব্ৰহ্মপুত্ৰৰ দাঁতিত এটা ডাঙৰ ইন্স্পেক্চন্ বঙলা সজায়। সেই দিনত গুৱাহাটীত ডাং কৰিম বক্সেই নামজ্বলা ডাক্তৰ আছিল। ১৮৮৬ ছনত হৰকান্ত বৰুৱা সদৰামিন উত্তৰ গুৱাহাটী অঞ্চলৰ নিমিত্তে গুৱাহাটী মিউনিচিপেলিটিৰ মেম্বৰ হয়। ১৮৮৭ ছনত মিং ৱাৰ্ড্ চাহাবক জজ্ আৰু মিঃ ডন্‌চন্ চাহাবক ডেপুটী কমিছনাৰ পাতে। সেই সময়ত কন্দৰ্পেশ্বৰ ৰজা গুৱাহাটীত আছিল। উত্তৰ গুৱাহাটীত তেতিয়া ৺শ্ৰীজগৎচন্দ্ৰ গোসাঁই দিহিঙৰ গোসাঁয়ে সত্ৰ পাতি মাজগাঁও অঞ্চলত বৈছিলহি। এই ছনতে মহাৰাণী ভিক্টোৰিয়াৰ জুবিলী পাতি বৰ ধুম-ধাম কৰে। গুৱাহাটীত পানীকল বহুৱাই সেই ছনৰপৰাই মানুহক পানী যোগান ধৰে। ১৮৯০ ছনত মিং এড্ৱাৰ্ড গেইট্ চাহাব ডেপুটী কমিছনাৰ হয়; আৰু গেইটে বুৰঞ্জীৰ আহিলা যোগাৰ কৰি লয়। ১৮৯৭ ছনত ১২ জুনত অসমত এটা ডাঙৰ ভূঁইকঁপ হৈ অশ্বক্লান্ত মণিকৰ্ণেশ্বৰ আদি দেৱালয় ধ্বংস কৰে। ১৮৯৯ ছনত ভাৰতৰ গৱৰ্ণৰ-জেনেৰেল লৰ্ড কৰ্জ্জন অসম পৰ্য্যটনলৈ আহি গুৱাহাটীত বৈছিলহি। ১৯০০ ছনত ভাৰতসম্ৰাজ্ঞী মহাৰাণী ভিক্টোৰিয়াই ৬০ বছৰ ৰাজপাট ভোগ কৰি



স্বৰ্গী হয়; আৰু সেই ছনতেই ইংলণ্ডত সপ্তম এড্ৱাৰ্ড ভাৰত-সম্ৰাট হয়। সম্ৰাটৰ সিংহাসনত আৰোহণৰ নিমিত্তে গুৱাহাটীত ডাঙৰ উৎসৱ পাতে।

**শ্ৰীৰমেশচন্দ্ৰ বৰকাকতী**

# অকণমান হৃদয়ৰ এধানি মৰম

অসম সাহিত্য সভাৰ গোৱালপাৰা সন্মিলনলৈ বিশেষভাৱে নিমন্ত্রিত হৈ অহা উত্তৰ-পূব সীমান্ত অঞ্চলৰ লোহিত বিভাগৰ তেজু হাই স্কুলৰ ছাত্র শ্রীমান অদাং লেগৰ ভাষণৰ পূর্ণৰূপ।

শ্ৰদ্ধেয় অসম সাহিত্য সভাৰ ঊনত্রিংশ অধিৱেশনৰ: সভাপতি মহোদয়, সম্মাননীয় অসমীয়া সাহিত্য-সেৱী, উপস্থিত প্রতিনিধিবৃন্দ আৰু মোৰ মৰমৰ ভাই-বন্ধুসকল,

আমাৰ নিচিনা নিঃকিনে আপোনালোকৰ ইয়ালৈ আলহী হৈ আহি দিব লগা বস্তু একো নাই। মাত্র অকণমান হৃদয়ৰ এধানি মৰমকে আপোনালোকলৈ যাচিলো। মই আশা কৰোঁ আৰু নিবেদন কৰো, তাক আপোনালোকেও হৃদয়ত সাবটি লয় যেন। মোৰ পৰিচয় আপোনালোকে কালি পালেই। মই এজন আবৰ ছাত্র, গতিকে মোৰ অসমীয়া কথা কোৱাত ভুল হোৱাটো স্বাভাৱিক। তাক আপোনালোকে অনুগ্রহ কৰি শুধৰাই ল'ব বুলি অনুৰোধ জনালো।

সঁচাকৈয়ে আজি আপোনালোকৰ আগত নিজৰ পৰিচয় দিবলৈ পাই মই নথৈ সুখী হৈছো আৰু আপোনালোকৰ ওচৰত চিৰকৃতজ্ঞ। পাহাৰ আৰু ভৈয়াম, ইয়াৰ মই বিশেষ পাৰ্থক্য দেখা নাপাওঁ। মাত্র পার্থক্য জ্ঞান-অজ্ঞানৰ মাজত অৱস্থিত। বৰ্ত্তমান যুগ হৈছে মানৱ সভ্যতাৰ যুগ। মানুহে বৰ্ত্তমান সভ্যতাৰ চূড়ান্ত সীমা পাইছে। এনে ক্ষেত্ৰতো আমি পৰি আছো অন্ধকাৰ গুহাত। আপোনালোকো যি পোহৰৰ গতি খেদি আগ বাঢ়িছে, তাকেই আমিও ধৰিবলৈ যো-জা কৰিছো মাথোন। পৃথিৱীৰ অন্যান্য লোকে এই যুগতেই চন্দ্রলোকলৈ



গৈ গ্রহ-নক্ষত্ৰৰ লগত কথা-বতৰা পাতিছে। কিন্তু 'নেফা'ৰ আমি এনেহেন যুগতো অন্ধকাৰ গুহাত পৰি আছো।

এয়া আজি আমি আমাৰ বহিৰ্জ্জগতত দেখিবলৈ পাইছো সভ্যতাৰ পোহৰ, বহল জ্ঞানৰ আলোক। কিন্তু আমি এতিয়াও সেই পোহৰত নিজে সোমাই যাব পৰা নাই। সেই পোহৰৰ আভাস অকণমান পাবৰ আশাত আজি আমি আপোনালোকৰ সংস্পর্শলৈ আহিবলৈ খোজ দিছো। এনে অৱস্থাত যদি আপোনালোকে আমাক সহযোগিতা সহায় সমৰ্থন নকৰে, তেন্তে আমি প্রগতিৰ পথত ভালমতে আগ বাঢ়ি যাব পাৰিম বুলি আশা নকৰোঁ।

অসমে আজি যি প্রগতিত আগ বাঢ়ি গৈ আছে, সেই প্রগতিৰ খোজৰ বেগত আমি একেবাৰে পিছ পৰি আছো। আনফালে চাবলৈ গ'লে, 'নেফা' সকলো ফালৰপৰা অসমৰ অবিচ্ছেদ্য অঙ্গ। আপোনালোকে যি খোজত আগ বাঢ়ি গৈ আছে, আমাকো লাগে সেই উন্নতিৰ খোজত আপোনালোকৰ লগত খোজ মিলাই যাবলৈ। সেই বাবেই আজি আপোনালোকৰ সংস্পৰ্শলৈ ওলাই আহিব খুজিছো। এনে ক্ষেত্ৰত আপোনালোকে আমাক সহায় সমর্থন কৰিব বুলি মই ভাবোঁ। আপোনালোকৰ প্রগতিৰ পথৰপৰা আমাক বাদ দিলে আপোনালোকৰ আশা-অভিলাষো আশাশুধীয়া নহ'ব বুলি মই কওঁ। যেনেকৈ যদি অসমৰ ভৌগোলিক কলেৱৰৰপৰা 'নেফা' অঞ্চলক বাদ দি মাত্র অসমৰ মেপ আঁকা হয় তেতিয়া ই দেখাত কিম্ভুতকিমাকাৰ হৈ পৰিব, সেইদৰে অসমৰ কৃষ্টি-সভ্যতাৰপৰা আমাক বাদ দিলেও আপোনালোকৰ প্রগতিও কিম্ভুতকিমাকাৰ হৈ পৰিব বুলি মই ভাবোঁ।

আপোনালোকৰ সংস্পৰ্শলৈ আহিবলৈ আপোনালোকেই আমাক সহায় কৰা উচিত। বৰ্ত্তমান যুগত আৰ্থিক অৱস্থা ভাল নাথাকিলে কোনো আশা-অভিলাষ পূৰ হ'ব নোৱাৰে। যি বিষয়ে আমি কিতাপে-পত্রে পঢ়ি জ্ঞান পাওঁ, তাতোকৈ নিজ চকুৰে চাই, নিজ হাতেৰে স্পর্শ কৰি বেছি জ্ঞান আহৰণ কৰিব পাৰোঁ। ধৰক,

অসম সাহিত্য সভাৰ কাৰ্য্যক্ৰম ভাষণাৱলী পঢ়ি মই যি জ্ঞান পাইছো তাতোকৈ আজি নিজে ইয়াত উপস্থিত হৈ বেছি অভিজ্ঞ হৈছো বুলি ডাঠি ক'ব পাৰোঁ। আমাৰ আৰ্থিক অৱস্থা ভাল হোৱা হ'লে ইমানদিনে আপোনালোকৰ আগত কেতিয়াবাই পৰিচয় দিব পাৰিলোহেঁতেন। বৰ্ত্তমান গোটেই আঞ্চলিক স্কুলবোৰত প্ৰায় ৮,০০০ ছাত্ৰ-ছাত্ৰীয়ে পঢ়ে। কিন্তু তাৰেপৰা শতকৰা দহজনৰ মাত্ৰ সাহিত্য সভাৰ বিষয়ৰ জ্ঞান কিঞ্চিত আছে। আৰ্থিক অৱস্থা ভাল হোৱা বাবে আমি আজি নিজ খৰচত অসমৰ সৌন্দৰ্য্যপূৰ্ণ ঠাই, বুৰঞ্জী আদিৰ জ্ঞান গোটাব পাৰিলোহেঁতেন।

ইয়াৰ বাহিৰেও আমাৰ শিক্ষা-বিস্তাৰত বহুত কাৰণত বেমেজালি হৈ আছে। এই ছবছৰে মই দেখিবলৈ পাইছো আমাৰ আঞ্চলিক স্কুল-সমূহত কোনোবা বছৰ অসমীয়া, কোনোবা বছৰ হিন্দী কৰি সাহিত্যৰ মাধ্যম সলনি কৰা হয়। সেইদৰে কৰাত আমাৰ ভাষা-শিক্ষাত বহুত বেমেজালি দেখা গৈছে। আজিও অঞ্চলৰ ভিতৰি স্কুলসমূহত হিন্দী আৰু নিজৰ দোৱান পঢ়িবলৈ দিয়া হয়। তেনে কৰাত লৰা-ছোৱালীবোৰে অসমীয়া কথাৰ ভাল জ্ঞান নাপায়। আনফালে আমাৰ আঞ্চলিক মানুহবোৰৰ ভাষা বেলেগ বেলেগ। পৰম্পৰৰ লগত কথা-বতৰা হ'বলৈ হ'লে আমি অসমীয়া ভাষা ব্যৱহাৰ কৰিব লাগে। অসমীয়া ভাষাৰ বোধ নোহোৱা হেতু আমি অন্যৰ লগত কথা হওঁতে আসোঁৱাহ অনুভৱ কৰোঁ। সেই বাবে মই আজি সাহিত্য সভাক নিৱেদন কৰিব খোজোঁ যেন তেওঁলোকে আমাৰ স্কুলসমূহত উচ্চ অসমীয়া শিক্ষক আৰু সৰল ভাষাত লিখা প্ৰাথমিক পুথি যোগান ধৰিবলৈ চৰকাৰক অনুৰোধ কৰে।

আমাৰ আত্মাই কয়, অসমীয়া ভাষা আমাৰো মাতৃভাষা। অসম আমাৰেই দেশ। কিন্তু সাহিত্য ক্ষেত্ৰত আমি অসমৰ সেৱা কিঞ্চিত পৰিমাণে হ'লেও কৰিব পৰা নাই। ইয়াৰ কাৰণো আছে—বৰ্ত্তমান নেফা চৰকাৰে আমাৰ বিশ্ববিদ্যালয়ৰ ছাত্ৰবিলাকক বেলেগ বেলেগ কলেজত পঢ়িবলৈ সুবিধা দিছে। তাতোকৈ আমাৰ সকলোবিলাক



ছাত্ৰক একেটা কলেজত পঢ়িবৰ সুবিধা দিলে আমি আমাৰ কৃষ্টি সম্পূৰ্ণ নহ'লেও অলপভাৱে জগাই তুলিব পাৰিলোহেঁতেন।

আমাৰ অভাৱ-অভিযোগবোৰ যদি দূৰ কৰিব পাৰোঁ তেহে আমি ক'ব পাৰিম যে আমি উন্নতিৰ আভাস কিছু পাইছো। এই অভাৱ-অভিযোগবোৰ দূৰ কৰাত আপোনালোকেই সহায় কৰা উচিত। অসম আমাৰো ; আপোনালোকে যেনেকৈ নিজক অসমীয়া বুলি পৰিচয় দিয়ে, সেইদৰে আমিও পৰিচয় দিবলৈ বৰ ইচ্ছা কৰোঁ। ইয়াত যদি পৰ্ব্বত-ভৈয়ামৰ ভেদনীতি ৰাখোঁ, তেন্তে অসমৰ ভবিষ্যত উন্নতি পথত বাধা পৰিব।

আমাৰ পৰ্ব্বত আৰু ভৈয়ামৰ হৃদয়ৰ মাজত প্ৰীতিৰ বান্ধোন আমি ইচ্ছা কৰোঁ। নগা পাহাৰ আমাৰপৰা আঁতৰি যাব ধৰিছে যদিও ই আমাৰ অবিচ্ছেদ্য অঙ্গ। তাক পুনৰ আমাৰ মাজত শান্তিৰে চপাই লবলৈ চেষ্টা কৰাটো অতি ভাল। সেয়ে নহলে আমাৰ ভাষা আমাৰ সংস্কৃতিয়ে এই বহল পৃথিৱীত পোহৰ নেপাব।

শেষত ভৈয়ামৰ বন্ধু-বান্ধৱক জনাওঁ যেন পৰ্ব্বত আৰু ভৈয়ামৰ মাজত বন্ধুত্ব, আপোন ভাব দৃঢ় কৰিবলৈ সকলোৱে যত্ন কৰে ; আমি আজি ইয়াত যেনেদৰে চিনা-পৰিচয় হৈছো, সেইদৰে আমাৰ সৰু ভাই-ভনীবোৰৰ মাজতো বন্ধুত্বৰ বান্ধ দৃঢ় কৰিবৰ এটি আদৰ্শ দেখুৱাই দিওঁ। তেহে আমি আমাৰ ভাষাক, সমাজক, দেশক পোহৰৰ বাটলৈ আগুৱাই নিব পাৰিম।

# তেলপে কাতকা বেলপে কাতকা

অসম সাহিত্য সভাৰ গোৱালপাৰা সম্মিলনলৈ বিশেষভাৱে নিমন্ত্রিত হৈ অহা উত্তৰ-পূব সীমান্ত অঞ্চলৰ লোহিত বিভাগৰ তেজু হাই স্কুলৰ ছাত্র শ্রীমান পাংকং লাংকামে গোৱা আদি ভাষাৰ গীত। গীতটি এজন আদি যুৱকৰ ৰচনা।

তেলপে কাতকা          বেলপে কাতকা
বমং নানে লাতবঙে টেতং বিছুবং।

গিতে চুয়িঙেম          চুমান লাংকুজো
কনে চুঙেম লাতবং বিছুবং
আনি বিৰ কিদাৰা গেৰেপ লাবজো।

গিতে চুয়িঙেম          চুমান লাংকুজো
কনে য়াময়িঙেম য়াম্ মান লাংকুজো
আনি বিৰ কিদাৰা ইপঙেচুমাজো।

আয়িন মুজিৰে          গেয়িৰ মাপেকা
আপুক লাতবঙে টেতং লাজুকা
আদি মিচিং তাকামে লেক পেজুকা।

আয়িন দেঙে          য়িঙে লাঙাই
আপুক তালুমে টুমমেম লাঙাই
দাদি গিতেম বেলুৱা পিলাংকুবজো।

শ্রীটানস ৰোকব

অর্থ ঃ পৃথিৱীৰ সকলো মানুহে সু-সভ্য হৈ উন্নতিৰ পথত আগ বাঢ়িছে। কিন্তু আমাৰ সমাজখন এতিয়াও পিছপৰা। আজিৰ যুগত আমি এইদৰে পিছ পৰি থাকিলে নহ'ব। আজি এইদৰে পিছ পৰি থাকিবৰ সময় নাই। গতিকে আমি ভেদাভেদ ভাব এৰি পৃথিৱীৰ আন আন সুসভ্য জাতিৰ লগত খোজতে খোজ মিলাই উন্নতিৰ পথত আগ বাঢ়ি যাব লাগে।

# অসম সাহিত্য সভাৰ শাখা সভা

যথাক্রমে সভাৰ নাম, ঠিকনা আৰু সম্পাদকৰ নাম দিয়া হ'ল। সম্পাদকসকলৰ নামৰ আগত সর্বত্র 'শ্রী' প্রযোজ্য।

## লখীমপুৰ জিলা

১। মাৰ্ঘেৰিটা শাখা সাহিত্য সভা, মাৰ্ঘেৰিটা,—গজেন বৰঠাকুৰ
২। ডিগবৈ সাহিত্য সেৱা সমিতি, ডিগবৈ—কৃষ্ণ অধ্যাপক
৩। পেঙ্গেৰি শাখা সাহিত্য সভা, পেঙ্গেৰি—হেম ফুকন
৪। ডুমডুমা সাহিত্য সভা, ডুমডুমা—ৰবীন কটকী
৫। তিনিচুকীয়া সাহিত্য সভা, তিনিচুকীয়া—ক্ষেত্র গোহাঁই
৬। মদাৰখাত সাহিত্য সভা, সৰ্ব্বোদয়, লাহোৱাল—থুল কোঁৱৰ
৭। মদাৰখাত আলোচনা-চক্র, ডিকম্—হেমচন্দ্র গোহাঁই সেনাপতি
৮। ডিব্রুগড় শাখা অসম সাহিত্য সভা, লখিমী প্রেছ, মানকটা ৰোড, ডিব্রুগড়—বিপিনচন্দ্র শৰ্ম্মা
৯। খোৱাং সাহিত্য সভা, খোৱাংঘাট—প্রেমকান্ত বৰা
১০। বিহপুৰীয়া সাহিত্য সভা, বিহপুৰীয়া—ধৰ্ম্মেশ্বৰ কটকী
১১। কাকপথাৰ সাহিত্য সভা, কাকপথাৰ—গগনচন্দ্র সোণোৱাল
১২। বৰডুবি সাহিত্য সভা, হুগ্রীজান—মহেন্দ্রনাথ হাজৰিকা
১৩। নাহৰকটীয়া সাহিত্য সভা, নাহৰকটীয়া—তিলেন্দ্রনাথ মহন্ত
১৪। খেৱাজখাত সাহিত্য সভা, গোসাঁইবাৰী—মোহনচন্দ্র ভূঞা
১৫। উত্তৰ লখীমপুৰ সাহিত্য সভা, লখীমপুৰ নৰ্থ—ললিতচন্দ্র শৰ্ম্মা বৰুৱা
১৬। ধলপুৰ সাহিত্য সভা, ধলপুৰ—খগেন্দ্রনাথ শৰ্ম্মা
১৭। টিংখাং আলোচনা চক্র, টিংখাং—মহানন্দ বৰুৱা সাহিত্যভূষণ
১৮। মোলানী জ্ঞানোদয় পুথিভঁৰাল যুৱকসঙ্ঘ, ওপৰ ঔৰন গাঁও, কাকপথাৰ—বশিষ্ঠ গোস্বামী
১৯। ধেমাজি সাহিত্য সভা, ধেমাজি—নৱীনচন্দ্র চক্রৱর্ত্তী
২০। টিপলিং সাহিত্য সভা, জালনি, ডিব্রুচুৱাৰ—পূর্ণকান্ত হাজৰিকা

২১। মাকুম সাহিত্য সভা, মাকুম জংচন—মহেন্দ্ৰ বৰঠাকুৰ
২২। ডিব্ৰুগড় বৰপথাৰ আঞ্চলিক সাহিত্য সভা, ৰজাভেটা, বৰপথাৰ —মোহনচন্দ্ৰ কোঁৱৰ
২৩। ঊষা সাহিত্য সভা, ঊষাপুৰ, নাহৰকটীয়া—দয়াৰাম বৰা
২৪। চাঁচনি শাখা সাহিত্য সভা, চাঁচনি, নাহৰকটীয়া—বিশ্বেশ্বৰ দত্ত

## শিৱসাগৰ জিলা

২৫। মৰাণ শাখা সাহিত্য সভা, মৰাণহাট—দেৱী চুতীয়া
২৬। ডিমৌ সাহিত্য সভা, ডিমৌ—মোহনৰাম শইকীয়া
২৭। নিতাইপুখুৰী সাহিত্য সভা, নিতাইপুখুৰী—দুৰ্গানাথ দেউৰী
২৮। ৰংপুৰ সাহিত্য সভা, শিৱসাগৰ—জগৎ চেতীয়া
২৯। সোণাৰি সাহিত্য সভা, বেঙেনাবাৰী—নীলকান্ত বৰুৱা
৩০। দিখৌমুখ সাহিত্য সভা, দিখৌমুখ—কমলা শইকীয়া
৩১। চাৰিং সাহিত্য সভা, চাৰিং—ধৰ্মেশ্বৰ নাথ
৩২। মাহমৰা মৌজা সাহিত্য সভা, ডিপলিং বাগান, ভজো—ৰবীন্দ্ৰনাথ শৰ্মা
৩৩। সাপেখাতী সাহিত্য সভা, সাপেখাতী—বদন গোহাঁই
৩৪। শিমলুগুৰি সাহিত্য সভা, শিমলুগুৰি—নীল গোহাঁই
৩৫। নাজিৰা সাহিত্য সভা, আসাম টি কোম্পানী, নাজিৰা —ভোলানাথ দত্ত
৩৬। জাঁজী সাহিত্য সভা, জাঁজী—অতুল বৰঠাকুৰ
৩৭। টিয়ক সাহিত্য সভা, টিয়ক—ননী কাকতী
৩৮। যোৰহাট সাহিত্য সভা, চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট —ত্ৰৈলোক্যনাথ গোস্বামী

### শুধৰণি

১৭১ পৃষ্ঠাৰ ৯ সংখ্যক তলত নাম দিয়া সভাখনি 'অসম সাহিত্য সভাৰ স্বীকৃত সভা'ৰ তালিকাত নহৈ 'অসম সাহিত্য সভাৰ শাখা সভা'ৰ তালিকাত হ'ব লাগে।

শিৱসাগৰ জিলা

ৰ'দালি সাহিত্য সভা, কমাৰ খাটোৱাল, কাকজান—নাৰায়ণ মহন্ত



৪৬। ফৰকাটিং সাহিত্য সভা, ফৰকাটিং—কমল হাজৰিকা
৪৭। প্ৰগতি সাহিত্য সভা, কছাৰীহাট, গোলাঘাট—হেমকান্ত বৰা
৪৮। নামতি সাহিত্য সভা নামতিদ'ল—ভদ্ৰেশ্বৰ কলিতা
৪৯। দেওবজা সাহিত্য সভা, ম'ৰাবজাৰ—কোষেশ্বৰ গগৈ
৫০। তিতাবৰ সাহিত্য সভা, তিতাবৰ—হেমকান্ত গোহাঁই
৫১। চাৰিগাঁও সাহিত্য পৰিষদ, চেঙেলীগাঁও, যোৰহাট—দুৰ্গেশ্বৰ বৰা
৫২। বোকাখাত প্ৰব্ৰতী সাহিত্য সভা, বোকাখাত--ছত্ৰগোপাল কৰ্ম্মকাৰ
৫৩। কুকুৰাবাহী যুৱকসঙ্ঘ, কুকুৰাবাহী—খগেশ্বৰ শইকীয়া
৫৪। বাণী বিকাশ সাহিত্য সভা, লেপাইগাঁও, দিচাংমুখ—বোপাৰাম গগৈ
৫৫। বৰপথাৰ সাহিত্য সভা, বৰপথাৰ—বুদ্ধীন্দ্ৰনাথ ফুকন
৫৬। উদয় সাহিত্য সভা, হাতীয়ে-খোৱা—বিনোদ শৰ্ম্মা
৫৭। আলোক সাহিত্য সভা, নকছাৰী—মিলেশ্বৰ গোহাঁই
৫৮। কুৱালগুৰি সাহিত্য সভা, বৰুৱাবামুণগাঁও—অৰুণ গোস্বামী
৫৯। কাকজান সাহিত্য সভা, কাকজান—ৰাধাপ্ৰসাদ সন্দিকৈ
৬০। জ্যোতি সাহিত্য সভা, ঢেকিয়াল—দীনেশ্বৰ বৰা
৬১। মুকুল সাহিত্য সঙ্ঘ, শলগুৰি নং ২—খগেন্দ্ৰনাথ ভূঞা
৬২। ন-আলি ঢেকিয়াজুলি সাহিত্য সভা, ন-আলি ঢেকিয়াজুলি—পৰেশ বৰুৱা
৬৩। সৰুপথাৰ সাহিত্য সভা, সৰুপথাৰ—ভৱেন্দ্ৰনাথ শৰ্ম্মা
৬৪। নুমলীগড় সাহিত্য সভা, নুমলীগড় বাগিচা—চন্দ্ৰ ৰাজকুমাৰ ( সভাপতি )
৬৫। পশ্চিম ঘিলাধাৰী সাহিত্য সভা, ঘিলাধাৰী, ওৱাটিং—ৰমেশচন্দ্ৰ ভৰালী
৬৬। বালিগাঁও সাহিত্য সভা, কোৰোকাতলি, যোৰহাট—অৱনীধৰ বৰুৱা
৬৭। পূব ঘিলাধাৰী সাহিত্য সভা, ঊষাবাগান, ফৰকাটিং—দেৱেন্দ্ৰনাথ মহন্ত
৬৮। টেঙাপুখুৰী সাহিত্য সভা, টেঙাপুখুৰী—টঙ্কীনাথ ফুকন

## নগাঁও জিলা

৬৯। কলিয়াবৰ সাহিত্য সভা, কলিয়াবৰ—দেৱেন্দ্ৰনাথ মহন্ত
৭০। নগাঁও সাহিত্য সভা, হয়বৰগাঁও, নগাঁও—হেমকান্ত ভূঞা
৭১। কামপুৰ সাহিত্য সভা, কামপুৰ—কৃষ্ণচন্দ্ৰ গোস্বামী
৭২। হাতীচোং সাহিত্য সভা, চকলাঘাট—চক্ৰধৰ হাজৰিকা
৭৩। আঞ্চলিক বেবেজীয়া সাহিত্য সভা, বেবেজীয়া—গজেন্দ্ৰচন্দ্ৰ নাথ
৭৪। ঢিং সাহিত্য সভা, ঢিং—গোবিন্দচন্দ্ৰ দাস

৭৫। মৰিগাঁও সাহিত্য সভা, মৰিগাঁও—তাৰিণীচৰণ গোহাঁই
৭৬। ৰহা সাহিত্য সভা, হাই স্কুল, ৰহা—ধৰ্ম্মসিং ডেকা
৭৭। লামডিং সাহিত্য সভা, লামডিং—ৰত্নকান্ত দেৱনাথ

## দৰং জিলা

৭৮। টংলা সাহিত্য সভা, টংলা—নিধিৰাম দাস
৭৯। খৈৰাবাৰী সাহিত্য সভা, খৈৰাবাৰী—আনন্দকুমাৰ দাস
৮০। মঙলদৈ সাহিত্য সভা, মঙলদৈ—ভৱানন্দ বাজখোৱা
৮১। সেৱক সাহিত্য সভা, ব্যাসপাৰা, পাথৰিঘাট—কনকচন্দ্ৰ শৰ্ম্মা
৮২। ডুনী সাহিত্য সভা, শৰ্ম্মা কুটীৰ, ডুনী—ৰজনীকান্ত শৰ্ম্মা
৮৩। হৰিশিঙা সাহিত্য সভা, হৰিশিঙা—তাৰিণী ডেকা
৮৪। সুৰভি সাহিত্য সমাজ, মঙলদৈ—গোৱিন্দৰাম দাস
৮৫। জামুগুৰি সাহিত্য সভা, জামুগুৰিহাট—সোণাৰাম বৰা
৮৬। বিশ্বনাথ সাহিত্য সভা, চাৰি আলি—তিলকচন্দ্ৰ ভাগৱতী
৮৭। ওদালগুৰি সাহিত্য সভা, ওদালগুৰি—ক্ষিতেশ্বৰ শৰ্ম্মা
৮৮। ঢেকিয়াজুলি সাহিত্য সভা, ঢেকিয়াজুলি—প্ৰমোদচন্দ্ৰ শৰ্ম্মা
৮৯। চতিয়া সাহিত্য সভা, চতিয়া—লীলা কটকী

## কামৰূপ জিলা

৯০। গুৱাহাটী সাহিত্য সভা, গুৱাহাটী—জাহিদ চৌধুৰী
৯১। উত্তৰ গুৱাহাটী সাহিত্য সভা, উত্তৰ গুৱাহাটী—ৰমণীকান্ত বৰুৱা
৯২। সৱিতা সভা, উজান বজাৰ, গুৱাহাটী—হৰিচন্দ্ৰ ভট্টাচাৰ্য্য
৯৩। হাজো আঞ্চলিক সভা, অসম ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতি, গুৱাহাটী —গোৱিন্দচন্দ্ৰ মহন্ত
৯৪। নলবাৰী সাহিত্য সমাজ, নলবাৰী কলেজ, নলবাৰী—উমাকান্ত শৰ্ম্মা
৯৫। মাজিৰগাঁও সাহিত্য সভা, পলাশবাৰী—মহেন্দ্ৰ দাস
৯৬। জ্যোতি সাহিত্য সভা, শোৱালকুছি—কৰ্ম্মেশ্বৰ বৈশ্য
৯৭। বৰমা সাহিত্য সভা, বৰমা—হৰমোহন শৰ্ম্মা
৯৮। জ্ঞানোদয় সমাজ, হাই স্কুল, বৰকুৰিহা—পৰেশচন্দ্ৰ শৰ্ম্মা
৯৯। টিহু সাহিত্য সভা, টিহু—মহাদেৱ গোস্বামী



১০০। পশ্চিম বৰিগোগ সাহিত্য সভা, বৰখলা—কুসুমচন্দ্ৰ শৰ্ম্মা
১০১। ননবৰা সাহিত্য সভা, কৰবৰা—তুলসীধৰ শৰ্ম্মা
১০২। বৰনগৰ সাহিত্য সভা, সৰভোগ—চন্দ্ৰকান্ত দাস
১০৩। ধৰ্ম্মপুৰ সাহিত্য সভা, চামতা—প্ৰভাতচন্দ্ৰ শৰ্ম্মা
১০৪। সৰ্থেবাৰী সাহিত্য সভা, হাই স্কুল, সৰ্থেবাৰী—ৰত্নেশ্বৰ ডেকা
১০৫। বিকাশ সমাজ সাহিত্য সভা, বামুন্দি—লক্ষেশ্বৰ দাস
১০৬। দক্ষিণ গুৱাহাটী সাহিত্য সভা, বৰদৈচিলা অফিচ, গুৱাহাটী, —টঙ্কেশ্বৰ চুতীয়া
১০৭। নৱোদয় সাহিত্য সভা, ককয়া—প্ৰতাপচন্দ্ৰ ভাগৱতী
১০৮। বৰপেটা সাহিত্য সভা, ৰূপকুমাৰ প্ৰতিষ্ঠান, বৰপেটা—গকুল পাঠক
১০৯। সৰ্ব্বোদয় পুথিভঁৰাল, মেটুৱাকুছি, বৰপেটা—তৰুণচন্দ্ৰ দাস
১১০। বজালী সাহিত্য সভা, বজালী—অম্বিকাপদ চৌধুৰী
১১১। পলাশবাৰী সাহিত্য সভা, পলাশবাৰী—সূৰ্য্যকান্ত মজুমদাৰ
১১২। বকো সাহিত্য সভা, বকো—খগেন বায়ন
১১৩। চম্পকনগৰ সাহিত্য সভা, ছয়গাঁও—সুবোধচন্দ্ৰ শৰ্ম্মা
১১৪। ৰামদিয়া শাখা অসম সাহিত্য সভা, ৰামদিয়া—নাৰায়ণচন্দ্ৰ তালুকদাৰ
১১৫। পকোৱা মৌজা সাহিত্য সমাজ, বনগ্ৰাম, নলবাৰী—ভৱেন্দ্ৰৰায় দত্ত
১১৬। ধমধমা আঞ্চলিক সাহিত্য সভা, ধমধমা—গণেশচন্দ্ৰ শৰ্ম্মা
১১৭। তামূলপুৰ আঞ্চলিক সাহিত্য সভা, তামূলপুৰ—অমৃত দাস
১১৮। ৰঙিয়া আলোচনা চক্ৰ, ৰঙিয়া—বৈকুণ্ঠনাথ শৰ্ম্মা

## গোৱালপাৰা জিলা

১১৯। অভয়াপুৰী সাহিত্য সভা, অভয়াপুৰী—কামদত্ত পাঠক
১২০। বঙাইগাঁও সাহিত্য সভা, বঙাইগাঁও—ধৈৰ্য্যনাথ শাস্ত্ৰী
১২১। কোকৰাঝাৰ সাহিত্য সভা, কোকৰাঝাৰ কলেজ, কোকৰাঝাৰ —দেৱেন্দ্ৰনাথ শৰ্ম্মা
১২২। বগুৱান সাহিত্য সভা, বগুৱান—হিতেশ্বৰ নাথ
১২৩। চিদলী সাহিত্য সভা, চিদলী—গণেশচন্দ্ৰ শৰ্ম্মা
১২৪। ধুপধৰা সাহিত্য সভা, ধুপধৰা—কাজী মহম্মদ ছাইদ
১২৫। ধুবুৰী অসম সাহিত্য সভা, ধুবুৰী—ভগগিৰী ৰায়চৌধুৰী
১২৬। দক্ষিণ শালমৰা সাহিত্য সভা, শালমৰা ছাউথ—শিৱৰাম দাস

১২৭। সৃজনগ্ৰাম সাহিত্য সভা, সৃজনগ্ৰাম—ধৰণীকান্ত পাঠক
১২৮। বৈটামাৰী শঙ্কৰদেৱ কলা পৰিষদ, বৈটামাৰী—উপেন্দ্ৰকুমাৰ বৰুৱা
১২৯। উত্তৰ বৈটামাৰী সাহিত্য সভা, নৰ্থ বৈটামাৰী—শুভানন্দ চক্ৰৱৰ্ত্তী
১৩০। গোৱালপাৰা সাহিত্য সভা, গোৱালপাৰা—ভবেন্দ্ৰ গোস্বামী
১৩১। বিজনী শাখা সাহিত্য সভা, বিজনী—উদয় দাস

### উত্তৰ কাছাৰ আৰু মিকিৰ পাহাৰ

১৩২। হাফলং সাহিত্য সভা, হাফলং—হৰেন্দ্ৰনাথ কোঁৱৰ
১৩৩। ডিফু সাহিত্য সভা, ডিফু—গঙ্গাধৰ গোস্বামী

### কাছাৰ জিলা

১৩৪। শিলচৰ সাহিত্য সভা, অসম সাহিত্য সভা ভৱন, শিলচৰ —হৰেশচন্দ্ৰ ভট্টাচাৰ্য্য
১৩৫। ঝাপিৰবন্দ সাহিত্য সভা, ঝাপিৰবন্দ গাঁও, উদৰবন্দ —কৃষ্ণমোহন ৰাজবংশী
১৩৬। গড়েৰভিতৰ সাহিত্য সভা, গড়েৰভিতৰ গাঁও, সোণাপুৰ —যতীন্দ্ৰচন্দ্ৰ ভূঞা
১৩৭। বদৰপুৰ সাহিত্য সভা, মাইজদিহি, কৰিমগঞ্জ—ছিদ্দিক আহমদ চৌধুৰী
১৩৮। কৰিমগঞ্জ সাহিত্য সভা, কৰিমগঞ্জ—দুৰ্গাশঙ্কৰ শৰ্ম্মা
১৩৯। হাইলাকান্দি সাহিত্য সভা, হাইলাকান্দি—আবদুল কাহেৰ লস্কৰ
১৪০। গুমৰা সাহিত্য সভা, গুমৰা—আব্দুল খালেক চৌধুৰী
১৪১। ৰাজ্যিক ভাষা প্ৰচাৰ সমিতি, কালীবাৰী বাজাৰ —আজিজুৰ ৰহমান মজুমদাৰ
১৪২। দুৰ্গানগৰ সাহিত্য সভা, উদৰবন্দ—সুৰেন্দ্ৰমোহন দাস

### খাছি আৰু জয়ন্তীয়া পাহাৰ

১৪৩। খিলং মুকুল সঙ্ঘ, লেণ্ডমাৰ্ক, নাংগিম্বা ৰোড, খিলং—অতুলচন্দ্ৰ বৰুৱা

### নগাভুমি

১৪৪। কহিমা সাহিত্য সভা, কহিমা—গুৰুপ্ৰসাদ বৰকাকতী
১৪৫। ডিমাপুৰ সাহিত্য সভা, মণিপুৰ ৰোড—সিদ্ধিনাথ শৰ্ম্মা

## অসম সাহিত্য সভাৰ স্বীকৃত সভা

যথাক্ৰমে সভাৰ নাম, ঠিকনা আৰু সম্পাদকৰ নাম দিয়া হ'ল। সম্পাদকসকলৰ নামৰ আগত সৰ্ব্বত্ৰ 'শ্ৰী' প্ৰযোজ্য।

### লখীমপুৰ জিলা

১। সৌমাৰ সাহিত্য সভা, তিনিচুকীয়া—ৰামদত্ত
২। কঠালগুৰি সাহিত্য সভা, কঠালগুৰি—তৰুণ হাজৰিকা
৩। প্ৰগতি সঙ্ঘ, ডুমডুমা—ধৰ্ম্মকান্ত গোহাঁই
৪। ডিব্ৰুগড় আলোচনা-চক্ৰ, ডিব্ৰুগড়—সনকনাথ ফুকন

### শিৱসাগৰ জিলা

৫। শান্তি সাহিত্য মন্দিৰ, নামতি—ভোলানাথ দত্ত
৬। বন্তি সাহিত্য মন্দিৰ, মৰিয়নী—ৰাধাপ্ৰসাদ বৰুৱা
৭। গোহাঁই বৰুৱা সাহিত্য পৰিষদ, মিছনপটি, গোলাঘাট —লোকেশ্বৰ বৰচেতীয়া
৮। জ্যোতি প্ৰকাশ সাহিত্য সভা, যদুমণি ছপাখানা, গোলাঘাট —পূৰ্ণচন্দ্ৰ গোস্বামী
৯। ৰ'দালি সাহিত্য সভা, কমাৰ খাটোৱাল, কাকজান—নাৰায়ণ মহন্ত
১০। মহুৰামুখ সাহিত্য সভা, কমাৰগাঁও—টঙ্কেশ্বৰ হাজৰিকা

### দৰং জিলা

১১। তেজপুৰ সাৰস্বত সভা, পৰ্ব্বতীয়া, তেজপুৰ—মহেন্দ্ৰনাথ শৰ্ম্মা শাস্ত্ৰী
১২। তেজপুৰ অঃ ভাঃ উঃ সাঃ সভা, তেজপুৰ একাডেমী, তেজপুৰ —পদ্মেশ্বৰ বৰঠাকুৰ

### কামৰূপ জিলা

১৩। বেজবৰুৱা সাহিত্য পৰিষদ, বৰদৈচিলা অফিচ, গুৱাহাটী —শিৱপ্ৰসাদ বৰুৱা
১৪। ভাৰতী অধ্যয়ন-চক্ৰ, সৰ্থেবাৰী—জয়চন্দ্ৰ ভূঞা

### উত্তৰ কাছাৰ আৰু মিকিৰ পাহাৰ

১৫। সৰিয়হজান সাহিত্য সভা, সৰিয়হজান—ভদ্ৰেশ্বৰ গোস্বামী

# সম্মিলনত উপস্থিত কাৰ্য্যনিৰ্ব্বাহক সমিতিৰ সভ্য, প্ৰাক্তন সভাপতি আৰু প্ৰতিনিধিসকল

সকলো নামৰ আগতে উপযোগীভাৱে 'শ্ৰী' বা 'শ্ৰীমতী' প্ৰযোজ্য ।

কাৰ্য্যনিৰ্ব্বাহক সমিতি—ত্ৰৈলোক্যনাথ গোস্বামী—সভাপতি, বিনন্দচন্দ্ৰ বৰুৱা—উপসভাপতি, মহেশ্বৰ নেওগ—প্ৰধান সম্পাদক, নবেন্দ্ৰনাথ শৰ্ম্মা—ধনভঁৰালী, হৰিপ্ৰসাদ নেওগ—সহকাৰী সম্পাদক, যতীন্দ্ৰনাথ গোস্বামী—সম্পাদক, অসম সাহিত্য সভা পত্ৰিকা, লক্ষহীৰা দাস, লীলা গগৈ, নবেন্দ্ৰনাথ শৰ্ম্মা, মেদিনীকান্ত ঠাকুৰীয়া, ৰঘুৰা তাঁতি, গোবিন্দচন্দ্ৰ পৈৰা, বিপিনচন্দ্ৰ ৰাজবংশী, মহেশচন্দ্ৰ দেৱগোস্বামী, উমাকান্ত শৰ্ম্মা, বিশ্বনাৰায়ণ শাস্ত্ৰী, থনীন্দ্ৰচন্দ্ৰ বৰুৱা, চৈয়দ আব্দুল মালিক

প্ৰাক্তন সভাপতি—নীলমণি ফুকন, অতুলচন্দ্ৰ হাজৰিকা, বেণুধৰ শৰ্ম্মা ।

প্ৰতিনিধিসকল—কৃষ্ণপ্ৰসাদ বৰুৱা, কৃষ্ণ অধ্যাপক, উজ্জ্বল শইকীয়া, জিতেন্দ্ৰনাথ গগৈ ( ডিগবৈ সাহিত্য সেৱা সমিতি ) ; লোকনাথ ৰাজখোৱা ( কমাৰবন্ধা সাহিত্য সভা ) ; ঈশ্বৰচন্দ্ৰ বৰুৱা, মহেন্দ্ৰনাৰায়ণ চৌধুৰী, মহম্মদ জমিৰুদ্দিন ( নলবাৰী সাহিত্য সমাজ ) ; হেমেন্দ্ৰ বৰা, কুমগিটাং দোৱনীয়া, ৰত্নেশ্বৰ ৰায়, প্ৰেম বৰদলৈ ( মাৰ্ঘেৰিটা সাহিত্য সভা ) ; ভৰেন্দ্ৰ ৰায়দত্ত, হৰেন্দ্ৰনাৰায়ণ ডেকা ( পকোৱা মৌজা সাহিত্য সভা ) ; লক্ষীনাথ শৰ্ম্মা, ভুবনেশ্বৰ শইকীয়া ( কহিমা সাহিত্য সভা ) ; হেমচন্দ্ৰ গোহাঁই সেনাপতি ( মদাৰখাত আলোচনা-চক্ৰ ) ; হৰিচৰণ তালুকদাৰ ( ভাৰতী অধ্যয়ন-চক্ৰ ) ; ভৰেন্দ্ৰনাৰায়ণ সিংহ, মণিকান্ত দাস, সদানন্দ দাস, ভৰেন্দ্ৰ গোস্বামী, ৰফিকুৰ ৰচুল আহমদ- ( গোৱালপাৰা সাহিত্য সভা ) ; ধৰণীকান্ত পাঠক ( সৃজনগ্ৰাম সাহিত্য সভা ) ; গণেশচন্দ্ৰ শৰ্ম্মা, প্ৰফুল্ল ভাগৱতী ( ধমধমা আঞ্চলিক সাহিত্য সভা ) ; বিপিনচন্দ্ৰ ৰাজবংশী, ৰজনীকান্ত ৰাজবংশী, মঙ্গল উৰাং, ৰায়মণি ৰাজবংশী, বিনয় ৰাজবংশী, ৰমণ সিং মণিপুৰী ( ঝাপিৰবন্দ সাহিত্য সভা ) ; শৰৎ বৰা, আব্দুল হক চৌধুৰী, শিৱনাথ গগৈ ( ডুমডুমা সাহিত্য সভা ) ; ভদ্ৰেশ্বৰ বৰা ( সৰিয়হজান সাহিত্য সভা ) ; তিলেন্দ্ৰনাথ মহন্ত, সূৰ্য্য শৰ্ম্মা, ক্ষীৰদা মহন্ত, ৰাম গগৈ, দয়াৰাম বৰা ( নাহৰকটীয়া সাহিত্য সভা ) ; গোলোকচন্দ্ৰ বৰুৱা, ৰমা বৰঠাকুৰ, উমেশ শৰ্ম্মা, বদন গগৈ, ইন্দ্ৰেশ্বৰ পেগু, দেবেন



গগৈ, ব্ৰজেন্দ্ৰচন্দ্ৰ বৰপূজাৰী ( যোৰহাট সাহিত্য সভা ) ; বিশ্ব বৰুৱা, মোহনচন্দ্ৰ শেনচোৱা, সুনীল বৰঠাকুৰ, সুপ্ৰভা দত্ত, হেৰম্ব বৰদলৈ ( ডিব্ৰুগড় সাহিত্য সভা ) ; ৰাধাপ্ৰসাদ বৰুৱা, বিনন্দচন্দ্ৰ বৰা, টঙ্কেশ্বৰ বৰঠাকুৰ, ৰামেশ্বৰ চেতীয়া, কীৰ্ত্তি গোস্বামী ( মৰিয়ণী সাহিত্য সভা ) ; হেমধৰ শইকীয়া, সৰ্ব্বেশ্বৰ গগৈ ( তিতাবৰ সাহিত্য সভা ) ; মহেশ ভট্ট, দুৰ্ব্বানন্দ কাকতী, মহেন্দ্ৰনাথ হাজৰিকা ( বৰডুবি সাহিত্য সভা ) ; দুৰ্গেশ্বৰ বৰপূজাৰী ( শান্তি সাহিত্য মন্দিৰ ) ; ভোলানাথ দত্ত, সোমেশ্বৰ দত্ত, প্ৰফুল্ল দত্ত, পাৰ্ব্বতীনাথ ফুকন, নীল বৰঠাকুৰ ( নাজিৰা সাহিত্য সভা ) ; নিৰ্ম্মলচন্দ্ৰ বৰা, নীলকান্ত হাজৰিকা ( জ্যোতি সাহিত্য সভা ) ; পদ্মেশ্বৰ দাস, ক্ষেত্ৰধৰ বৰগোহাঁই, বাণী বৰঠাকুৰ, মুনীন চক্ৰৱৰ্ত্তী ( তিনিচুকীয়া সাহিত্য সভা ) ; প্ৰতাপ মেচ, ৰেনচিং মাৰাক, ৰালিনা বৰ্ম্মনী ( ডিমাপুৰ সাহিত্য সভা ) ; সোমেশ্বৰ কোঁৱৰ, কনক বৰা, পূৰ্ণকান্ত হাজৰিকা, কমলাকান্ত শইকীয়া ( টিপ্‌লিং সাহিত্য সভা ) ; বীৰেন্দ্ৰনাথ বৰকটকী, বসন্ত দুৱৰা, জগত চেতীয়া, জীউতৰা ভৰালী, ফুলেশ্বৰী দত্ত, গিৰীশ দাস, তৰুণ কাকতী ( ৰংপুৰ সাহিত্য সভা ) ; কৰুণাময় হৰিপদ দেৱ গোস্বামী ( মৰিগাঁও সাহিত্য সভা ) ; উমেশ্বৰ গোস্বামী, মহেশ্বৰ ভট্টাচাৰ্য্য, যোগেশ্বৰ বৰা, ৰোহিণীকুমাৰ বৰুৱা ( প্ৰগতি অসম সাহিত্য সভা ) ; আনোৱাৰ হুচেইন্ ( গোলাঘাট সাহিত্য সভা ) ; দেৱেন্দ্ৰনাথ গোহাঁই, ভুবনেশ্বৰ শইকীয়া, লক্ষীনাথ শৰ্ম্মা ( কহিমা সাহিত্য সভা ) ; সভাৰাম কাকতী, গজেন নাথ, কৃষ্ণমোহন শৰ্ম্মা ( বেবেজীয়া সাহিত্য সভা ) ; গগনচন্দ্ৰ সোণোৱাল ( কাকপথাৰ সাহিত্য সভা ) ; সুবোধচন্দ্ৰ শৰ্ম্মা, বঙ্কিমনয়ন ঠাকুৰীয়া ( চম্পকনগৰ সাহিত্য সভা ) ; মহেন্দ্ৰনাথ দাস, যোগেনচন্দ্ৰ দাস, উত্তমচন্দ্ৰ কলিতা ( মাজিৰ-গাঁও সাহিত্য সভা ) ; মোহনৰাম শইকীয়া, নবীনচন্দ্ৰ গোহাঁই, বুদ্ধীন্দ্ৰকুমাৰ ৰাজখনিকৰ ( ডিমৌ সাহিত্য সভা ) ; বৈকুণ্ঠনাথ শৰ্ম্মা, গোলোকচন্দ্ৰ ভূঞা, নবেন কাকতী, ভৰত কলিতা ( ৰঙিয়া আলোচনী সভা ) ; ডলী তালুকদাৰ, ললিতা ফুকন, জাহিদ চৌধুৰী, নন্দ তালুকদাৰ, যতীন গোস্বামী, ৰামচৰণ দাস ( গুৱাহাটী সাহিত্য সভা ) ; ৰমেন্দ্ৰচন্দ্ৰ নাথ, মণীন্দ্ৰচন্দ্ৰ দাস, মাণিকচন্দ্ৰ দত্ত ( অভয়াপুৰী শাখা সাহিত্য সভা ) ; ৰমণীকান্ত শৰ্ম্মা, দেৱেন্দ্ৰনাথ শৰ্ম্মা, থৰ্গেশ্বৰ বসুমাতাৰী ( কোকৰাঝাৰ সাহিত্য সভা ) ; গুণাৰাম দাস, হেমকান্ত দাস ( পশ্চিম ঘিলাধাৰী সাহিত্য সভা ) ; নগেন্দ্ৰনাথ বৰা, তৰুণচন্দ্ৰ বৰ্ম্মন, ( নৰোদয় সাহিত্য সভা ) ; নবেন্দ্ৰদেৱ শাস্ত্ৰী ( ঢেকিয়াজুলি সাহিত্য সভা ) ; উদয় দাস ( বিজনী সাহিত্য সভা ) ; শিৱপ্ৰসাদ বৰুৱা ( দক্ষিণ গুৱাহাটী

সাহিত্য সভা ); ৰাজেন্দ্ৰনাথ চক্ৰৱৰ্ত্তী ( ধৰ্ম্মপুৰ সাহিত্য সভা ); ভগগিৰী ৰায়চৌধুৰী, ৰবীন্দ্ৰনাথ চৌধুৰী, হৰকিশোৰ ৰায়চৌধুৰী, বলেন্দ্ৰনাৰায়ণ দাস ( ধুবুৰী সাহিত্য সভা ); গোপীকান্ত শৰ্ম্মা, ভাৰতচন্দ্ৰ নাথ, চম্পাৰাম নাথ ( দুনী সাহিত্য সভা ); নাৰায়ণচন্দ্ৰ মহন্ত, যোগেশ্বৰ বৰা ( কলিয়াবৰ সাহিত্য সভা ); হেমকান্ত ভূঞা, কৈলাস শৰ্ম্মা, ৰেব বৰা, অৰুণ বৰুৱা ( নগাঁও সাহিত্য সভা ); ইব্ৰাহিম্ আলি ( মঙলদৈ সাহিত্য সভা ); ৰূপৰাম ডেকা, হংসদেৱ শৰ্ম্মা ( ৰামদিয়া শাখা সাহিত্য সভা ); দুৰ্গেশ্বৰ বৰা, চক্ৰপাণি বৰুৱা ( চাবি-গাঁও সাহিত্য সভা ); হৰেন্দ্ৰনাথ কলিতা, হেমন্তকুমাৰ শৰ্ম্মা ( সৰিতা সভা ); মহেন্দ্ৰ বৰঠাকুৰ, কনক শইকীয়া ( মাকুম সাহিত্য সভা ); আব্দুল কাহেৰ লস্কৰ, হবিবুল হক, সুহাগমণি বৰ্ম্মণ ( হাইলাকান্দি সাহিত্য সভা ); সূৰ্য্যকুমাৰ মজুমদাৰ, অমৃত দাস, শশীমোহন কাকতী, অভয় দাস, হেৰম্বপ্ৰসাদ দাস ( পলাশবাৰী সাহিত্য সভা ); মহাদেৱ শৰ্ম্মা ( তেজপুৰ সাৰস্বত সভা ); ব্ৰজপতি মহন্ত, পৰেশচন্দ্ৰ শৰ্ম্মা, শ্ৰীমান প্ৰফুল্ল গোস্বামী, ভৱেশচন্দ্ৰ দেৱশৰ্ম্মা, হৰকান্ত শৰ্ম্মা ( জ্ঞানোদয় সমাজ ); ৰমেশচন্দ্ৰ বৰকাকতী, অমৃতকান্ত বৰা, কামিনীকুমাৰ দাস ( উত্তৰ গুৱাহাটী সাহিত্য সভা ); ভোগেশ্বৰ শইকীয়া, যতীন্দ্ৰকুমাৰ বৰুৱা, ললিতচন্দ্ৰ শৰ্ম্মা বৰুৱা ( উত্তৰ লখীমপুৰ সাহিত্য সভা ); নীলকান্ত বৰুৱা, হৰনাথ শৰ্ম্মা, নাৰায়ণ ভট্টাচাৰ্য্য, প্ৰফুল্লকুমাৰ বৰঠাকুৰ, দেৱেন গোস্বামী, ক্ষেমৰাম চেতীয়া ( সোণাৰি সাহিত্য সভা )

অভ্যৰ্থনা সমিতি—নজমল হক, মহেন্দ্ৰ বৰুৱা, উপেন্দ্ৰ ভূঞা

আজীৱন সভ্যৰ প্ৰতিনিধি—তৰুণচন্দ্ৰ শইকীয়া, প্ৰফুল্লচন্দ্ৰ বৰুৱা, যোগেন্দ্ৰ-নাথ ডেকা, বিচিত্ৰনাৰায়ণ দত্তবৰুৱা

# অভ্যৰ্থনা সমিতিৰ কৰ্ম্মকৰ্ত্তাসকল

| | |
|---|---|
| সভাপতি | শ্ৰীখগেন্দ্ৰনাথ নাথ |
| উপসভাপতি | শ্ৰীভবেন্দ্ৰনাৰায়ণ সিংহ |
| উপসভাপতি | শ্ৰীনজমুল হক |
| সাধাৰণ সম্পাদক | শ্ৰীহৰিপ্ৰসাদ গোস্বামী |
| সম্পাদক | শ্ৰীমহেশচন্দ্ৰ বৰুৱা |
| | শ্ৰীহৰেশ্বৰ বৰ্ম্মণ |
| | শ্ৰীসত্যানন্দ চৌধুৰী |
| | শ্ৰীপূৰ্ণেন্দুলাল পাটগিৰি |
| **মণ্ডপ আৰু তোৰণ বিভাগ** | |
| উপসভাপতি | শ্ৰীবৰদাকান্ত মেধি |
| সম্পাদক | শ্ৰীপ্ৰতাপচন্দ্ৰ ঘোষ |
| **প্ৰদৰ্শনী বিভাগ** | |
| উপসভাপতি | শ্ৰীমহীউদ্দিন আহম্মদ |
| সম্পাদক | শ্ৰীৰামেশ্বৰ দাস |
| সহকাৰী সম্পাদক | শ্ৰীগুৰুচৰণ দাস |
| | শ্ৰীতজম্মল আলি |
| **প্ৰচাৰ বিভাগ** | |
| উপসভাপতি | শ্ৰীৰমানন্দ বেজবৰুৱা |
| সম্পাদক | শ্ৰীনৃপেন বৰুৱা |
| **সাংস্কৃতিক বিভাগ** | |
| উপসভাপতি | ডাঃ অন্নদাচৰণ দাস |
| সম্পাদক | শ্ৰীৰাজেন মজুমদাৰ |
| সহকাৰী সম্পাদক | শ্ৰীঅজিত মেধি |
| **খাদ্য বিভাগ** | |
| সম্পাদক | শ্ৰীহৰিপ্ৰসাদ মেধি |

পানী যোগান বিভাগ

উপসভাপতি — শ্ৰীসূৰ্য্যকান্ত দাস
সম্পাদক — শ্ৰীবিজয়চন্দ্ৰ নাথ

পোহৰ বিভাগ

সম্পাদক — শ্ৰীভগৱান বৰুৱা

থকা-মেলা আৰু অভ্যৰ্থনা

উপসভাপতি — শ্ৰীউপেন্দ্ৰনাথ ভূঞা
সম্পাদক — শ্ৰীমহীকান্ত গোস্বামী

অনুসন্ধান আৰু যোগাৰ

উপসভাপতি — শ্ৰীৰাধিকানন্দ চৌধুৰী
সম্পাদক — শ্ৰীশ্যামাচৰণ দাস

স্বাস্থ্য বিভাগ

উপসভাপতি — ডা° বি. ডেকা
সম্পাদক — ডা° মেহদী আলি

স্বেচ্ছাসেৱক বিভাগ

উপসভাপতি — শ্ৰীচন্দ্ৰকান্ত নাথ
যুটীয়া সম্পাদক — শ্ৰীসুৰেন্দ্ৰমোহন অধিকাৰী
সহকাৰী সম্পাদক — শ্ৰীশৰৎচন্দ্ৰ দাস

স্মৃতিগ্ৰন্থ-প্ৰণয়ন বিভাগ

সম্পাদক — শ্ৰীমহেন্দ্ৰ বৰা
সহকাৰী সম্পাদক — শ্ৰীবিশ্ব ওজা
শ্ৰীমনোজ চক্ৰবৰ্ত্তী
শ্ৰীহৰেশ পাঠক
শ্ৰীকিৰণ চৌধুৰী
শ্ৰীকাশীনাথ দেৱশৰ্ম্মা

ওপৰঞ্চি

# অসম সাহিত্য সভাৰ সংগঠনী দলিল

In the matter of Act XXI of 1860 of the Acts of the Governor General of India in Council, being an Act for registration of Literary Scientific and Charitable Societies,

and

In the matter of the "ASAM SAHITYA SABHA".

## MEMORANDUM OF ASSOCIATION

I. The name of the Association (to be herein after referred to as the "Sabha") is the "Asam Sahitya Sabha".

II. The objects for which the Association is established are :—

(1) To effect all round improvement of the Assamese Language and Literature.

(a) To revise and bring up-to-date the Assamese Dictionary and Grammar.

(b) To encourage the research in and study of the Ancient Assamese Literature, such as old *puthis, buranjees, bargeet*, folk-lore and proverbs (*phakaras*).

(c) To publish and encourage the publication of works on subjects in which the Assamese Literature is generally poor.

(d) To publish or assist in the publication of useful works by authors who cannot afford to do so themselves.

(e) To prepare gramophone records of *bona fide* ancient Assamese tunes.

(f) To grant scholarships, rewards or prizes for encouraging the study and culture of Music and Arts.

(g) To publish a periodical organ of the "Sabha".

(h) To carry on propaganda work for the spread of the study and research in the Assamese Language and Literature among the general public.

(2) To invite and collect subscriptions and donations from the public for the aforesaid objects.

(3) To hold and manage all funds raised for the above objects.

(4) To hold as trustees such trusts which may be created in favour of the Sabha, either singly or along with other trustees

